# শাৰদী

গৌৰৱোজ্জ্বল ১২৫ বছৰীয়া চামগুৰি তিনিআলি
সাৰ্বজনীন দুৰ্গাপূজাৰ স্মৃতিগ্ৰন্থ ঃ ২০২৩ বৰ্ষ

সম্পাদক
**ভাস্কৰ জ্যোতি বৰা**

১২৫ বছৰীয়া চামগুৰি তিনিআলি সাৰ্বজনীন দুৰ্গাপূজাৰ স্মৃতিগ্ৰন্থ ঃ ২০২৩ বৰ্ষ

প্ৰকাশ কাল ঃ
**২২ অক্টোবৰ, ২০২৩**

প্ৰকাশক ঃ
**চামগুৰি তিনিআলি সাৰ্বজনীন দুৰ্গাপূজা উৎসৱ উদ্‌যাপন সমিতি**

সম্পাদক ঃ
**ভাস্কৰ জ্যোতি বৰা (W)**

প্ৰচ্ছদৰ আলোকচিত্ৰ ঃ
**প্ৰায় দুটা দশক ধৰি মৃণ্ময় প্ৰতিমা নিৰ্মাণৰ কাম কৰি অহা নগাঁও জিলাৰ গটঙাৰ উপেন পাল আৰু তেওঁৰ পৰিয়ালৰ সৃষ্টি**

আলোকচিত্ৰ শিল্পী ঃ
**ভাস্কৰ জ্যোতি বৰা**

কবিতা শিতানৰ অলংকৰণ ঃ
**বিনোদ গোহাঁই**

পূজাসমিতিৰ logo টোৰ ছবি ঊনবিংশ শতিকাৰ কলিকতাৰ কালীঘাটৰ পটচিত্ৰৰ পৰা লোৱা হৈছে।

**স্মৃতিগ্ৰন্থখনৰ ডিজিটাইজড্ কপিটোৰ বাবে স্কেন কৰকঃ**

**অক্ষৰ বিন্যাস আৰু অলংকৰণ**
উত্তম কুমাৰ নাথ

**মুদ্ৰক**
বিৰিখ, লাওখোৱা পথ
মাজৰ আটী, নগাঁও-২

# উচৰ্গা

সমাজ সংগঠক তথা চামগুৰি তিনিআলি সাৰ্বজনীন
দুৰ্গাপূজা উৎসৱৰ একালৰ সম্পাদক, পুৰোধা ব্যক্তি
প্ৰয়াত বীৰেন বৰাদেৰক আমি শ্ৰদ্ধাৰে সুঁৱৰিছো

# শুভেচ্ছাবাণী

## থোৰতে ১২৫ বছৰ গৰকা চামগুৰিৰ দুৰ্গাপূজাত এভুমুকি...

ঐতিহাসিক চামগুৰি তিনিআলিৰ শ্ৰীশ্ৰীদুৰ্গাপূজাৰ আয়ুস এটি দুটি কৰি সগৌৰৱে অতিক্ৰম কৰি, এই বছৰটোত ১২৫ তম্‌ত পদাৰ্পণ কৰিলে। পূজাৰ কেইটামান দিন আগতে এইবাৰৰ পূজা কমিটিৰ সভাপতি শ্ৰীডম্বৰু (চানী) দাস, মুখ্য সম্পাদক শ্ৰীভাস্কৰ জ্যোতি বৰা আৰু অন্যতম যুটীয়া সম্পাদক শ্ৰীবিশাল শইকীয়া, শ্ৰীশিৰানু দাস (গোটেই কেইজন মোৰ ঘৰৰ পৰিয়ালৰ দৰে) আহি মোক নেৰানেপেৰাকৈ ১২৫ তম বৰ্ষ উপলক্ষে প্ৰকাশ কৰিবলগীয়া স্মৰণিকাত মোৰ এটি লিখনি দিব লাগে বুলি অনুৰোধ কৰিলে। মই ধেমালি-ধুমলা কৰি লিখিবলৈ সময় নাই বুলি ক'লো যদিও যোৰা সময়ত মনটো বেজাৰ কৰি যোৱা যেন লগা হেতুকে কলমটো হাতত ল'লো।

কোনখিনিৰ পৰা আৰম্ভ কৰিম বুলি ভাবোতেই কিছুমান ছবি আপোনা-আপুনি চকুৰ আগত ভাঁহি উঠিল। বৰ্তমানক লৈ একেলেথেৰিয়া কৈ পাঁচবাৰৰ পূৰ্ণাংগ কাৰ্যকালৰ বাবে

চামগুৰি বিধানসভা সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্বাচিত হৈছোঁ। এই সমষ্টিৰ পৰাই নিৰ্বাচিত হৈ স্বৰ্গীয় তৰুণ গগৈদেৱৰ নেতৃত্বৰ চৰকাৰখনৰ প্ৰথমটো বছৰৰ পাছতেই ১৪ বছৰ কাল অসমৰ মন্ত্ৰী হৈ ৰাইজৰ সেৱা কৰাৰ সুবিধা পাইছো। বৰ্তমান আমাৰ চৰকাৰ নাই যদিও বিৰোধী দলত থাকিও বিৰোধী দলৰ উপ-দলপতি হিচাপে যোৱা আঠটা বছৰৰ পাৰ কৰিছোঁ। এই সকলো স্বীকৃতি মোৰ চামগুৰিবাসী ৰাইজৰ বাবেই সম্ভৱ হৈছে। এই কথাখিনিৰ মাজেৰে এইটোহে বুজাব বিচাৰিছোঁ যে, চামগুৰিবাসী ৰাইজৰ সৈতে মোৰ সম্পৰ্ক পৰিয়ালকেন্দ্ৰীক, ৰাজনৈতিক নহয়। সেয়েহে মই সততে কওঁ, মোক চামগুৰিবাসী ৰাইজে ভোট দিয়া বা নিদিয়া সকলো লোকৰে প্ৰতিনিধি, সেই সূত্ৰে সকলোৰেই মোৰ সৈতে পৰিয়ালকেন্দ্ৰীক সম্বন্ধ। এই সম্বন্ধ ইমানেই গাঢ় হৈ গৈছিল যে, এইবাৰ delimitation অৰ্থাৎ সমষ্টি সীমা পুনৰ নিৰ্ধাৰণৰ সময়ত যিখিনি লোক বৰ্তমান চামগুৰি সমষ্টিৰ পৰা আঁতৰাই দিছে সেইসকলে দল-মত, জাতি-ধৰ্ম নিৰ্বিশেষে যিদৰে মোক লগ পাই, ফোন কৰি আপোনত্ব প্ৰকাশ কৰিছে, সেই কথাখিনিয়েই মোৰ ৰাজহুৱা জীৱনৰ সকলোতকৈ মূল্যৱান মূলধন। বিভিন্ন জাতি-জনগোষ্ঠীৰ মোৰ সৈতে ৰাজনৈতিক মতাদৰ্শ অমিল থকা লোকেও মোক কৈছিল, আপোনাৰ সৈতে ৰাজনৈতিক অমিল থাকিব পাৰে কিন্তু আপুনি আমাৰ প্ৰতিনিধি নোহোৱাটো আমি ভাবিবই নোৱাৰো, আপুনি বা তুমি আমাৰ প্ৰতিনিধি এইটো আমাৰ অভ্যাস বা চিৰন্তন সত্যৰ দৰে এটি বাস্তৱ। এই কথাসমূহে মোৰ কৰ্মজীৱনৰ প্ৰতিটো কথাৰ সময়ত সকলো শ্ৰেণীৰ সৈতে বিলীন হৈ কাম কৰিবলৈ দুগুণ উৎসাহ যোগাব।

এতিয়া আহো আজিৰ বিষয়বস্তুলৈ অৰ্থাৎ চামগুৰি তিনিআলি ১২৫তম্ শ্ৰীশ্ৰীদুৰ্গাপূজা উৎসৱৰ সৈতে লাগি থকা কিছু অনুভৱলৈ। মই বিধায়ক হোৱাৰ বহু আগৰ পৰা মোৰ পিতৃ এই সমষ্টিৰ বিধায়ক পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰা দিনৰ পৰাই মই এটা অভ্যাস মানে নিয়ম কৰিছিলোঁ। দুৰ্গাপূজাৰ অষ্টমী বা নৱমী দিনা চামগুৰি সমষ্টিৰ যিমান দুৰ্গাপূজা মণ্ডপ আছে প্ৰায় সকলো মণ্ডপতেই মই কিছু সময়ৰ কাৰণে উপস্থিত থাকি উদ্যোক্তাসকলক লগ-ভাগ পোৱাটো মোৰ বছৰেকীয়া কেলেণ্ডাৰৰ এটি স্থিৰ দিন। মনত নপৰা দিনৰ পৰা আজিলৈকে কোনো যতি নকৰাকৈ মই বিধায়ক হোৱা বহু বছৰ আগৰ পৰা, বিধায়ক হৈ মন্ত্ৰী হৈ থকা দিনৰ পৰা আজিকোপতি এই যাত্ৰা অব্যাহত ৰাখিবলৈ সক্ষম হৈছোঁ। অৱশ্যে তিনিটা বিহুতে চামগুৰিৰ কোনো কোনো ঠাইত, ৰাস উৎসৱৰ সময়ত আৰু ৰমজান মাহত যিমান পাৰোঁ সমষ্টিবাসীৰ সৈতে অতিবাহিত কৰাটো মোৰ জীৱনৰ এটি বছৰৰ কেলেণ্ডাৰত স্থায়ী সকাম। অৱশ্যে অজিকোপতি সকলো ৰাইজৰ হিয়াভৰা মৰম আশীৰ্বাদ আজিও শ্ৰদ্ধাৰে সুঁৱৰো।

দুৰ্গাপূজা সমষ্টিত বহু অনুষ্ঠিত কৰে যদিও মুষ্টিমেয় কেইখনমান পূজা সচাঁকৈ অতুলনীয়। চামগুৰি তিনিআলিৰ পূজাখনেও এক সুকীয়া ঐতিহ্য বহন কৰি আহিছে। আজিও সভাপতি/সম্পাদকৰ দেউতাক সকলৰ দিনৰ পৰা এই পূজাৰ সৈতে মই একাত্মভাৱে সাঙোৰ খাই

আছো। কাৰোবাৰ নাম ল'লে কাৰোবাৰ থাকি যাব বুলি কাৰোৰেই নাম নলওঁ। প্ৰত্যক্ষভাৱে এই ১২৫ বছৰীয়া দুৰ্গাপূজাৰ সৈতে প্ৰত্যক্ষ-পৰোক্ষভাৱে লাগি থকা সকলোকে, যিসকল আজি আমাৰ মাজত নাই, সেইসকলক শ্ৰদ্ধাঞ্জলি আৰু যিসকল আজিও বিদ্যমান সেইসকলক এই পূজাৰ বতৰত মোৰ অন্তৰস্থলীৰ পৰা গভীৰ শ্ৰদ্ধা নিবেদিছোঁ। অৱশ্যে কিয়নো কাৰো নাম উল্লেখ নকৰোঁ বুলি কোৱাৰ পাছতো স্বৰ্গীয় বিৰেন বৰাদেৱৰ নামটো ল'বলৈ মন গৈছে। বহু পূজাত গাড়ীৰ পৰা নামি আকৌ গাড়ীত উঠোতে ভাগৰি থাকিলেও স্বৰ্গীয় বীৰেন বৰা ডাঙৰীয়াই টানি নি মাইকত চিঞৰি চিঞৰি ভূয়সী প্ৰশংসা কৰি মোক দুআষাৰ ক'বলৈ বাধ্য কৰাটো নৃত্যনৈমিত্তিক অভ্যাসত পৰিণত হৈছিল। যিটো এতিয়া উত্তৰ পুৰুষসকলেও সলনি কৰা নাই। ময়ো এই চামগুৰি পূজা মণ্ডপত চামগুৰিবাসী, নগাঁওবাসী আৰু ৰাজ্যখনৰ সকলোকে শাৰদীয় দুৰ্গাপূজাৰ শুভেচ্ছা জনোৱাটো মোৰ কৰ্মজীৱনৰ এখন সফল আশীৰ্বাদৰ স্থান।

চামগুৰিৰ গৌৰৱ চামগুৰি তিনিআলিৰ দুৰ্গাপূজাই ১২৫ তম বৰ্ষত পদাৰ্পণ কৰাটো আমাৰ সকলোৰে বাবে গৌৰৱৰ বিষয়। এই দুৰ্গাপূজা উৎসৱৰ উদ্‌যাপন সমিতিয়ে এনে পবিত্ৰ দিনত মোকো জড়িত হোৱাৰ সুযোগ দিয়াৰ বাবে উদ্‌যাপন সমিতিৰ সকলোকে মই ধন্যবাদ আৰু কৃতজ্ঞতা জনাইছোঁ।

শেষত পৰম্পৰাগত নিয়ম অনুযায়ী আজিও ঐতিহ্যমণ্ডিত চামগুৰি তিনিআলি ১২৫তম্ শ্ৰীশ্ৰী দুৰ্গাপূজাৰ মঞ্চৰ পৰা সমূহ চামগুৰিবাসী ৰাইজ, নগাঁওবাসী আৰু ৰাজ্যবাসীলৈ শাৰদীয় দুৰ্গোৎসৱৰ শুভেচ্ছা জনাইছোঁ আৰু আশীষ বিচাৰিছোঁ। লগতে আশা ৰাখিছোঁ এই পৱিত্ৰ স্থানৰ পৰা নিঃস্বাৰ্থভাৱে কামনা কৰা সকলোৰে মনোবাঞ্ছা নেদেখাজনে গ্ৰহণ কৰি আৰু আমি আটায়ে নিজৰ ল'ৰা-ছোৱালীৰ সৈতে পৰিয়ালটো আৰু সমাজত সকলোৰে মিলিজুলি সুখে-শান্তিৰে থাকি সমৃদ্ধিশালী পথত আগবাঢ়িব পাৰো তাকে কামনা কৰিলোঁ।

**(ৰকিবুল হুছেইন)**
বিধায়ক, চামগুৰি বিধানসভা সমষ্টি

# শুভেচ্ছাবাণী

জয় জয়তে সদৌকে শাৰদীয় দুৰ্গপূজাৰ শুভকামনা জনালো। সকলোৰে ভাল হওক, মঙ্গময় হওক। শৰতৰ নিয়ৰসনা শেৱালিৰ দৰেই এক স্নিগ্ধ সুৱাসে সকলোৰে মন-প্ৰাণত নতুন পুলক, নতুন উদ্দীপনাৰ জোঁৱাৰ আনক।

বৈচিত্ৰ্যময় জনজীৱনৰ চামগুৰি সকলোৰে মহামিলনৰ ঠাই। এই মহামিলনৰ যাত্ৰাত সোণত সুৰগা চৰাইছে শাৰদীয় দুৰ্গোৎসৱৰ আনন্দ-উৎসৱ। প্ৰয়াত কালিৰাম বৰা মুক্তিয়াৰদেৱে আৰম্ভ কৰা, তেখেতৰ সুযোগ্য পুত্ৰদ্বয় প্ৰয়াত উপেন বৰা, বীৰেন বৰাদেৱে আপডাল কৰা এই পূজাখনে ১২৫ বছৰত ভৰি দিলে। আজি তেখেতৰ নাতি-নাতিনীৰ প্ৰয়াসত এই পূজাখনে এক সৰ্বজনৰ মহামিলন ক্ষেত্ৰলৈ পৰিণত হৈছে। নিঃসন্দেহে এয়া আমাৰ সমাজ জীৱনৰ বাবে আনন্দৰ বতৰা। এই যাত্ৰা চিৰজ্যোতিষ্মান হওক।

এই পূজাৰ ১২৫ তম বৰ্ষৰ লগত ৰজিতা খুৱাই প্ৰকাশ কৰিব খোজা স্মৃতি পত্ৰিকা 'শাৰদী'ৰ খবৰে আনন্দ প্ৰদান কৰিছে। প্ৰকাশিতব্য স্মৃতিপত্ৰিকাখনিয়ে চামগুৰি অঞ্চলৰ সাহিত্য-সংস্কৃতিৰ জগতলৈ বৰঙণি আগবঢ়াব বুলি আমি আশাবাদী।

সকলোৰে হৃদয়তে 'ফুল ফুলক ৰ'দৰে ফুল'— এই কামনাৰে সামৰিছো।

১৮/১০/২৩

**(ড° ইন্দ্ৰজিৎ বেজবৰুৱা)**
অধ্যক্ষ, চামগুৰি মহাবিদ্যালয়
চামগুৰি ঃ নগাঁও (অসম)

# শুভেচ্ছাবাণী

শৰৎ উৎসৱৰ ঋতু। শাৰদীয় দুৰ্গোৎসৱৰ সময় এই শৰৎ-আহিন। সদৌটিলৈকে মোৰ তৰফৰ পৰা শাৰদীয় দুৰ্গাপূজাৰ শুভেচ্ছা জনালো।

দুৰ্গাপূজাৰ বুলি ক'লেই মোৰ মনলৈ আহে এখন বিশেষ পূজাৰ কথা— নগাঁও জিলাৰ চামগুৰি তিনিআলিৰ দুৰ্গা পূজাখনৰ কথা। পূজাৰ মণ্ডপ, আলোকসজ্জা, প্ৰদৰ্শনী, বিভিন্ন সাংস্কৃতিক অনুষ্ঠানেৰে প্ৰতিবছৰে এই পূজাখনে সকলো ভক্তপ্ৰাণ তথা সকলো স্তৰৰ জনসাধাৰণৰ মন আকৰ্ষিত কৰিবলৈ সক্ষম হৈছে আহিছে। পূজাখনে ৰাইজৰ মাজত সমাদৰ লাভ কৰাৰ গুৰিতেই থকা ব্যক্তিজন হৈছে স্বৰ্গীয় বীৰেন বৰা ডাঙৰীয়া। তেখেতৰ আহোপুৰুষাৰ্থত চামগুৰিৰ পূজাখনে এই পৰ্যায় পাইছেহি। তেখেতৰ পুত্ৰ ভাস্কৰ, আৰু তেওঁৰ বন্ধুবৰ্গৰ নিৰৱচ্ছিন্ন প্ৰচেষ্টাৰ বলত চামগুৰি তিনিআলিৰ দুৰ্গা পূজাখনে আজিৰ ৰূপ পাইছে। সম্পাদক আৰু সভাপতি ক্ৰমে ভাস্কৰ আৰু Sunnyৰ সৈতে মোৰ প্ৰথম চিনাকি ২০১৫ চনত। তেতিয়াৰ পৰাই চামগুৰিৰ সৈতে মোৰ এক নিবিড় সম্পৰ্ক স্থাপন হয়। এইবেলি সেইভাগ পূজাই গৌৰৱোজ্জ্বল ১২৫ বছৰত উপনীত হ'ল। এই শুভক্ষণত পূজাখনৰ সমূহ কৰ্মকৰ্তালৈ মোৰ বহুত শুভেচ্ছা আৰু শুভাশিস যাঁচিলো।

নতুন নতুন প্ৰচেষ্টা চলি থাকক, সম্পৰীক্ষা চলি থাকক, পূজাখনক নতুন ৰূপ দিয়াৰ এই যাত্ৰাত আমিবোৰ সাক্ষী হৈ থাকিব পাৰিলে খুবেই সুখী অনুভৱ কৰিম।

Gautam Deka

**(গৌতম ডেকা)**

জি. এম. ইলেক্ট্ৰনিকচ, ফুলগুৰি

“কপাহ মেঘৰ অহা-যোৱা, সেউজী ঘাঁহৰ হিমানী
সোণালী ৰ'দ, শৰালিৰে জাক, তুমিয়েই আনিলা কিজানি
শেৱালি কোমল হাঁহিটি মাৰি কৰাহি সাজোন কাচোন
শাৰদী ৰাণী তোমাৰ হেনো নাম”

# সম্পাদকীয়...

এই যে সুধাকণ্ঠৰ গীতটোত প্ৰকাশ পাইছে, শৰতৰ প্ৰাকৃতিক পৰিৱৰ্তনৰ কথা, শৰৎ ঋতুক শাৰদী ৰাণী বুলি সম্বোধন কৰি মৰম আৰু আদৰেৰে যিদৰে উপচাই পেলাইছে সেইয়া আচলতে শৰতৰ প্ৰতি থকা আমাৰ হেঁপাহৰ বহিঃপ্ৰকাশ।

শৰৎ উৎসৱৰ ঋতু। অসমীয়া সমাজ জীৱনৰ লগত জড়িত বিভিন্ন উৎসৱ দিন এইকেইটা। গতিকে শৰতৰ লগত আমাৰ এক নিবিড় সম্পৰ্ক স্বাভাৱিকতেই আছে। শাৰদীয় দুৰ্গোৎসৱ এক অন্যতম এইবোৰৰ ভিতৰত। দুৰ্গাপূজাৰ এই ফৰকাল দিনকেইটাত দেৱীৰ আৰাধনাৰ আধ্যাত্মিকতাত বুৰ যোৱাৰ যি উছাহ ভক্তপ্ৰাণ ৰাইজৰ মাজত দেখা যায়, সেইক্ষেত্ৰত মোৰ চামগুৰি অঞ্চলটোৱো ব্যতিক্ৰম নহয়। অসমৰ ইতিহাসৰ পাতত বিভিন্ন সময়ত বিশেষ উল্লেখ পোৱা চামগুৰিৰ, চামগুৰি তিনিআলি সাৰ্বজনীন দুৰ্গা পূজা উৎসৱে আজি ১২৫ বছৰত উপনীত হ'ল। এই সুদীৰ্ঘ ১২৫ বছৰত পূজাখনৰ কাৰণে বহুকেইজন ব্যক্তিয়ে আহোপুৰুষাৰ্থ কৰি গৈছে। দেৱীৰ উপাসনাৰ উদ্দেশ্যৰ উৰ্ধত গৈ ই এতিয়া হৈ পৰিছে অনেক জাতি-জনজাতি থকা ভাষা নিৰ্বিশেষে জনসাধাৰণৰ সমন্বয় থলী।

মোৰ শৈশৱ, কৈশোৰৰ স্মৃতিত চিৰসেউজ হৈ থাকে এই পূজাখন সদায়েই। চামগুৰি তিনিআলি সৰ্বজনীন দুৰ্গা পূজা উৎসৱ সমিতিৰ সম্পাদক, সভাপতি আৰু প্ৰতিজন সদস্যৰ লগতে এক ভাতৃত্ববোধ অনুভৱ কৰোঁ, একেলগে কাম কৰি পূজাখন নতুনকৈ সজাবলৈ চেষ্টা কৰি আহিছো। ১২৫ বছৰত ভৰি দিয়াৰ লগতে সকলোৰে অনুভৱ কৰিলে চামগুৰিৰ এই পূজাখনৰ, চামগুৰি অঞ্চলটোৰ সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক, অৰ্থনৈতিক তথা বৈচিত্ৰময় জনগাঁথনিৰ ইতিহাসৰ পাত লুটিয়াই চোৱাৰ। কাজেই প্ৰয়োজন হ'ল এখন স্মৃতিগ্ৰন্থ প্ৰস্তুত কৰি উলিওৱাৰ।

বিগত চাৰিটা বছৰত সক্ৰিয়ভাৱে পূজাখনৰ লগত জড়িত হৈ, ঐতিহাসিক এই পূজাখনত কিছু ব্যতিক্ৰমী ধৰণেৰে, কিছু নতুনত্বৰ সংযোজনেৰে, জাকজমকতাৰ মাজতো নৱপ্ৰজন্মই যাতে সৃষ্টিশীল কামবোৰত জড়িত হ'ব পাৰে তাৰ কাৰণে চেষ্টা কৰি আহিছো। পূজা সমিতিৰ সম্পাদক আৰু সভাপতি ক্ৰমে ভাস্কৰ জ্যোতি বৰা আৰু ডম্বৰু দাস (চানী দা) ককাইদেউ দুজনৰ মোৰ এই চেষ্টাৰ ওপৰত কিবাকৈ বিশ্বাস উপজিল আৰু স্মৃতিগ্ৰন্থ এখন কৰি উলিওৱাৰ দৰে গুৰু দায়িত্ব মোৰ ওপৰত দিলে।

ভাস্কৰ দা আৰু চানী দাৰ পৰামৰ্শমতে চামগুৰি অঞ্চলটোৰ কেইবাজনো বিশিষ্ট ব্যক্তিৰ সৈতে যোগাযোগ কৰি লেখাসমূহ সংগ্ৰহ কৰা হ'ল। এইক্ষেত্ৰত মোৰ দাদা বিলপাৰৰ নৱজ্যোতি বড়া আৰু বন্ধু প্ৰত্যুষ জ্যোতি দাসে যথেষ্ট সহায় কৰিলে।

স্মৃতিগ্ৰন্থখন প্ৰস্তুত কৰি উলিয়াবলৈ হাতত বৰ বেছি সময় নাছিল, সেয়েহে খুব কমদিনৰ ভিতৰতে লেখাসমূহ সংগ্ৰহ কৰাৰ পৰা, DTP, proof reading, illustration ইত্যাদি কামবোৰ কৰা হ'ল। লেখাসমূহ যাতে ভিন্ন স্বাদৰ হয় তাৰ প্ৰতি বিশেষ ধ্যান ৰখা হ'ল। দুৰ্গাপূজাৰ লগত জড়িত আধ্যাত্মিকতা, চামগুৰিৰ নৱীন-প্ৰৱীণ বিভিন্নজনৰ মনত ৰৈ যোৱা এই পূজাখনৰ স্মৃতি, শৰৎ-শাৰদীয় প্ৰাসংগিক দুই-এটা লেখা, কল্পনা -বাস্তৱৰ মিশ্ৰণত সৃষ্টি হোৱা গল্প, কবিতা ইত্যাদিৰে সমৃদ্ধ কৰি তোলা হ'ল স্মৃতিগ্ৰন্থ 'শাৰদী'ক।

'শাৰদী' প্ৰস্তুতিৰ সময়ছোৱাত গঠনমুলক পৰামৰ্শৰে উপকৃত কৰা প্ৰতিজন ব্যক্তি তথা 'শাৰদী'ক সমৃদ্ধ কৰা লেখক-সুধীবৃন্দলৈ মোৰ তৰফৰ পৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো। স্মৃতিগ্ৰন্থখন সজাই পৰাই, প্ৰকাশ কৰি উলিওৱা নগাঁৱৰ গ্ৰন্থ মুদ্ৰণ প্ৰতিষ্ঠান 'বিৰিখ'লৈকো থাকিল অশেষ ধন্যবাদ।

'শাৰদী'ক প্ৰস্তুত কৰি তোলোতে বহুখিনি ক্ৰটি ৰৈ গৈছে। তাৰ বাবে পঢুৱৈ তথা ৰাইজৰ ওচৰত মই ক্ষমাপ্ৰাৰ্থী। সদৌশেষত আটাইৰে কুশল কামনা কৰিলো— দেৱী দুৰ্গা সাহস হওক সকলোৰে, শাৰদীয় জোনকৰ স্নিগ্ধতাত বুৰ যাওক সকলোৰে জীৱন।

**ভাস্কৰ জ্যোতি বৰা**

চামগুৰিৰ বিখ্যাত অম্বিকা ৰেষ্টুৰাঁ (ফটো ঃ বৰ্ষা দাস)

পক্ষীতীৰ্থ চামগুৰি বিল (ফটো ঃ ৰক্তিম জ্যোতি দাস)

চামগুৰি বিলৰ পৰীভ্ৰমী শৰালি (ফটো ঃ ৰক্তিম জ্যোতি দাস)

চামগুৰি তিনিআলিৰ বহু স্মৃতি বিজড়িত
সেই বিশেষ তাল গছজোপা
(ফটো: ঃ বিবেকানন্দ শইকীয়া)

চামগুৰি বিলৰ বিখ্যাত কৰতি মাছ
(Gudusia chapra)
(ফটো ঃ ভাস্কৰ জ্যোতি বৰা)

# সূচীপত্ৰ

## প্ৰবন্ধ শিতান

## গল্পৰ পিতান



## কবিতাৰ কৰণি



## কিছু স্মৃতি কিছু অনুভৱ

জিলা সদৰ নগাঁৱৰ পৰা মাত্ৰ কুৰি কিলোমিটাৰ পূবে এই অঞ্চলটিলৈ বাছ, মটৰ, ৰে'ল আদিৰ সুবিধা তাহানিৰ পৰাই। উপৰোক্ত কাৰণত ব্ৰিটিছৰ আমোলত চামগুৰিক ৰাজহ চক্ৰৰ মৰ্যাদা দিয়া হ'ল। ৰাজহ বিষয়াৰ কাৰ্যালয়, আৰক্ষী থানা, দাতব্য চিকিৎসালয়, পশু চিকিৎসালয় তেতিয়াই স্থাপিত হ'ল। লগে লগে ৰাজ্যৰ প্ৰশাসনীয় মেপত চামগুৰি এক উল্লেখযোগ্য স্থান হিচাপে চিহ্নিত হ'ল।

# শৰৎ উৎসৱ আৰু তাহানিৰ চামগুৰি

**প্ৰদীপ প্ৰসাদ শইকীয়া**
প্ৰাক্তন খণ্ড উন্নয়ন বিষয়া, বিশিষ্ট সমাজ সেৱক

ঐতিহ্যমণ্ডিত চামগুৰি অঞ্চলটিত বসবাস কৰা লোকসকল সৌভাগ্যশালী, এই কাৰণেই যে এখন আদৰ্শ সমাজ গঠনত যিবোৰ কাৰকৰ উপস্থিতিৰ প্ৰয়োজন বুলি সততে ভবা হয় সেই সমস্ত যেন এই অঞ্চলটিত বিদ্যমান। ইয়াত আছে— প্ৰকৃতিৰ অনন্য ৰূপ-ৰাশিৰ পয়োভৰতা, পৰ্যাপ্ত উৰ্ব্বৰ কৃষিভূমি, সমতলীয় আৰু পাহাৰীয়া ভূখণ্ড, নাতিশীতোষ্ণ জলবায়ু, নদী, বিল, ৰজাদিনীয়া বৃহৎ পুখুৰী আদি অফুৰন্ত জলাধাৰ।

অতীতৰ পৰাই ইয়াত বাস কৰি আহিছে ভিন্ন জনগোষ্ঠীয় লোক। পাছৰ পৰ্যায়ত এই অঞ্চলটিলৈ আহিছে বঙ্গীয়মূলৰ, হিন্দু-মুছলমান, বিহাৰ, পশ্চিমবঙ্গ উৰিষ্যা, উত্তৰ প্ৰদেশ, ৰাজস্থান আদি অন্যান্য প্ৰদেশৰ লোকসকল। গুৰু দুজনাৰ অমূল্য অৱদান সত্ৰীয়া সংস্কৃতিৰ ধাৰা, আহোম স্বৰ্গদেউসকলৰ পদচিহ্ন আৰু প্ৰাক্ স্বাধীন কালৰ গৌৰৱোজ্জ্বল ইতিহাস বিজৰিত হৈ আছে এই অঞ্চলটিৰ চুকে-কোণে।

এক সুষম, বাসোপযোগী পৰিৱেশ আৰু আন্তগাঁঠনিৰ উপস্থিতিয়ে চামগুৰিৰ কাষৰীয়া শিঙিয়া, কেকোঁৰাচুক, গেন্ধালী, বৰদল, উদমাৰী, বাঘবৰালী, সোণাৰিবালি, গটঙা, বাজিয়াগাঁও, গেৰুৱামুখ, বৰালীগাঁও, ভেলেউগুৰি, পহুকটা, ফুকনটোল, কুৰুৱাবাহী আদি গাঁওসমূহৰ কেন্দ্ৰস্থলৰূপে গঢ়ি তুলিছিল স্বাধীনোত্তৰ কালতেই। উল্লেখযোগ্য যে হিন্দু, মুছলমান, খ্ৰীষ্টান আদি ভিন্ন ধৰ্মাৱলম্বী লোক আৰু দেশৰ ভিন্ন প্ৰান্তৰ লোকসকলো তাহানিতে আহি পুৰুষ-পুৰুষ ধৰি বসতি কৰি সকলো আজি একাত্ম ও অভিন্ন হৈ পৰিল। ভাষা-সংস্কৃতিৰ কিছু এৰি কিছু লৈ এইসকলে আমাৰ সংস্কৃতিক সমৃদ্ধ কৰিলেহি। বিভিন্ন সময়ত এই অঞ্চলত পদাৰ্পণ কৰিছেহি কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, অসম গৌৰৱ ভাৰত ৰত্ন ড° ভূপেন হাজৰিকাদেৱকে ধৰি সংস্কৃতিক জগতৰ কিংবদন্তি পুৰোধাসকল, আহিছে ভূ-দান আন্দোলনৰ বিখ্যাত

সৰ্বোদয় নেতা, আচাৰ্য বিনোৱা ভাবে, প্ৰাক্তন প্ৰধানমন্ত্ৰী স্বৰ্গীয় জৱাহৰলাল নেহৰু, প্ৰাক্তন প্ৰধানমন্ত্ৰী স্বৰ্গীয়া ইন্দিৰা গান্ধী, ভাৰতৰ প্ৰাক্তন প্ৰধানমন্ত্ৰী স্বৰ্গীয় অটল বিহাৰী বাজপেয়ী, (১৯৮৩ ত ফুকনটোল নামঘৰত দুৰ্গত শিবিৰ পৰিদৰ্শন, বিৰোধী দলৰ নেতা হিচাপে), প্ৰাক্তন ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহম্মদ (ৰাজ্যৰ বিত্তমন্ত্ৰী হৈ থাকোতে) আদি দিগ্‌গজসকল।

তাৰোপৰি আউনীআটি সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱকে ধৰি এতিয়াৰ সত্ৰাধিকাৰ প্ৰভুপাদ ড° পীতাম্বৰ দেৱগোস্বামীলৈকে সন্ত-মহানুভৱসকলৰ উপস্থিতিয়ে ধন্য কৰি তুলিছে এই অঞ্চলৰ মাটি আৰু মানুহক।

যাতায়তৰ সুচলতা, বাণিজ্যিক আৰু শৈক্ষিক আদি কাৰণত সমীপৱৰ্ত্তী গাঁৱৰ লোকসকলক এই কেন্দ্ৰীয় অঞ্চলটিলৈ আকৰ্ষণ কৰিলে ভৰাৰ থল আছে। জিলা সদৰ নগাঁৱৰ পৰা মাত্ৰ কুৰি কিলোমিটাৰ পূবে এই অঞ্চলটিলৈ বাছ, মটৰ, ৰে'ল আদিৰ সুবিধা তাহানিৰ পৰাই। উপৰোক্ত কাৰণত ব্ৰিটিছৰ আমোলত চামগুৰিক ৰাজহ চক্ৰৰ মৰ্যাদা দিয়া হ'ল। ৰাজহ বিষয়াৰ কাৰ্যালয়, আৰক্ষী থানা, দাতব্য চিকিৎসালয়, পশু চিকিৎসালয় তেতিয়াই স্থাপিত হ'ল। লগে লগে ৰাজ্যৰ প্ৰশাসনীয় মেপত চামগুৰি এক উল্লেখযোগ্য স্থান হিচাপে চিহ্নিত হ'ল।

প্ৰকৃতিত উদাৰ আৰু সহনশীল এই মানুহখিনিয়ে বিশ্বাস আৰু প্ৰত্যয়েৰে গঢ়ি তুলিছিল সাম্প্ৰদায়িক সম্প্ৰীতি। যাৰ অভাৱ কিন্তু আজি বাৰুকৈয়ে অনুভৱ হৈছে।

ভাৱৰ আদান-প্ৰদান, লোৱা আৰু দিয়া, এই অঞ্চলত সময়ে সময়ে অনুষ্ঠিত হৈ অহা উৎসৱ-পাৰ্বণ আদিয়ে গঢ়ি তুলিবলৈ সক্ষম হৈছিল সমন্বয়ৰ সেতু। ফলত ষাঠিৰ দশকৰ ভাষা আন্দোলন, সত্তৰৰ দশকৰ মাধ্যম আন্দোলন, তেৰাশিৰ বিদেশী বিতাৰণ আন্দোলনৰ সময়ত ঘটি যোৱা অবাঞ্চিত ঘটনাৰাজিয়েও যেন টলাব নোৱাৰিলে সাতামপুৰুষীয়া আমাৰ সম্প্ৰীতিক। সোণ পুৰি উজ্জ্বল হোৱাৰ দৰে ই আজি অধিক সৱল আৰু দৃঢ়হে হ'ল।

কাতিবিহু, মাঘবিহু, ব'হাগবিহু, মুছলমান সকলৰ ঈদ, খ্ৰীষ্টানসকলৰ বৰদিনৰ উৎসৱ সম্পূৰ্ণ লোকাচাৰ আৰু উদ্দীপনাৰ মাজেৰেই পালন কৰি ইয়াৰ প্ৰতিটো জনগোষ্ঠীয়ে সদ্ভাৱ আৰু ভাতৃত্ববোধৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছিল।

উৎসৱৰ আনন্দ আৰু উদ্দীপনাৰ মাজত চহা কৃষকৰ শ্ৰমৰ অৱসাদ আৰু এক ঘেয়েমী বহুখিনি দূৰ হয়। সেয়ে নেকি কৃষি কৰ্মৰ আজৰি সময়কণত তিথি-উৎসৱাদিত সকলো যেন সামূহিকভাৱে সমৰ্পিত হৈছিল।

ভাদ মাহ পৱিত্ৰ মাহ। এই ভাদ মাহতে সম্পূৰ্ণ নিৰ্মল ও পৰিচ্ছন্ন পৰিৱেশত পালন কৰা হয় মহাপুৰুষ গুৰু কিজনাৰ তিথি আৰু ভগৱান শ্ৰীকৃষ্ণৰ জন্মোৎসৱ। লগতে গোটেই ভাদ মাহজুৰি আয়তী-গোপিনীসকলে হৰিনাম লৈ গোটেই পৰিৱেশটোৱেই পবিত্ৰতাৰে ভৰাই তোলে।

আহিনৰ স্নিগ্ধতা, শুভ্ৰ কহুঁৱাৰ অপৰূপ শোভা, শেৱালিৰ সুবাসে যে প্ৰতিটো পদুলীতে আহি সোঁৱৰাইছিল শাৰদীয় দেৱীৰ আগমনৰ বতৰা।

চামগুৰি তিনিআলি পূজা মণ্ডপত স্বৰ্গীয় কালিৰাম বৰাৰ পৰিয়ালে অনুষ্ঠিত কৰা বিখ্যাত দুৰ্গোৎসৱে আজি শতিকা পাৰ কৰি এশ পঁচিশ বছৰত উপনীত হ'লহি। সমগ্ৰ অঞ্চলটিত এই পূজাখনিয়ে এক আধ্যাত্মিক পৰিৱেশ গঢ়ি তুলিবলৈ সক্ষম হৈছিল। ইয়াৰোপৰি ফুকনটোলত গেন্ধেলা তৰণীৰ পৰিয়ালে পতা দুৰ্গা পূজাৰ উপৰিও সোণাৰিবালি, গটঙা, ৰঙাগড়া আদিত বহু কেইখন দুৰ্গা পূজাই এক উৎসৱৰ ৰহঘৰাত যেন পৰিণত কৰে সমগ্ৰ অঞ্চলটি। দুৰ্গা পূজাৰ কেইবাদিনো আগৰে পৰাই পূজাৰ সাজ-পোছাক, মিঠাই, বেলুন, পুতলা আদিৰ ন ন অস্থায়ী দোকান গঢ় লৈ উঠে আৰু এটা সময়ত মানুহৰ ভীৰে ৰাজপথচোৰাত বিৰ দি বাট নোপোৰা পৰিৱেশৰ সৃষ্টি হৈছিল। 'কান্দুৰা' ঢুলীয়াৰ বৰঢোলৰ শব্দৰ চেঁৰে চেঁৰে পৱিত্ৰ ঘণ্টা ধ্বনিত যেন দেৱী প্ৰতীমাই প্ৰাণ পাই উঠিছিল— আৰতি-উৰুলিৰে ধূপ-ধূনাৰ ধূসৰিত আলোচ্ছায়াত উদ্ভাসি উঠিছিল দেৱী মহামায়াৰ মহিষমৰ্দিণী ৰূপ। জাতি-বৰ্ণ-ধৰ্মই যেন স্থান পাহৰিছিল। দশভূজাৰ দৈৱাস্ত্ৰৰ প্ৰহাৰত দুস্কৃতিৰ অসুৰৰ বিনাশে সৰল মনা, হোজা লোককলৰ হৃদয়ত গভীৰভাৱে সাঁচ বহুৱাইছিল।

সেই পূজাস্থলীতে পাছৰ কেইদিনত অনুষ্ঠিত হৈছিল নাটক, ভাওনা, পালাগান যাত্ৰা। দুৰ্গা পূজাৰ অন্তত, তাতে স্বৰ্গীয় ভোগাই দাসৰ পৰিয়ালে লক্ষীপূজা অনুষ্ঠিত কৰিছিল।

ৰাস উৎসৱ চামগুৰিৰ এক উল্লেখনীয় উৎসৱ। এই উৎসৱে ক্ৰমাগতভাৱে উদ্‌যাপিত হৈ আহিছে তাহানিৰে পৰা। বিতোপন শৰতৰ ৰাতি স্নিগ্ধ পৰিৱেশৰ এই মহোৎসৱত বাজিয়াগাঁৱৰ সূত্ৰধাৰী, কুৰুৱাবাহীৰ খুলীয়া, ফুকনটোল, আউনী আটিৰ পটু ভাৱৰীয়া, পহুকটা গাঁৱৰ কালিয়াৰ সমন্বিত প্ৰচেষ্টাত ব্ৰজাৱলী ভাষাৰ অঙ্কীয়া নাটসমূহৰ চৰিত্ৰবোৰ সঁচাকৈয়ে যেন জীৱন্ত হৈ উঠিছিল।

অনিতী-অধৰ্মক পৰাভূত কৰি সুৰে অসুৰক বধ কৰা দৃশ্যত ধন্য হৈছিল ধৰ্মপ্ৰাণসকল। সেই ৰাসত ভগৱান শ্ৰীকৃষ্ণৰ লীলা কেলিৰ কাহিনীৰ আলমত মাটিৰ পুতলাৰ প্ৰদৰ্শনীখনে অগনন লোকক আকৰ্ষিত কৰিছিল।

এই ৰাসোৎসৱৰ দিন কেইটাত সমগ্ৰ অঞ্চলটিয়ে যেন ব্ৰজধামলৈ ৰূপান্তৰিত হৈছিল।

কালীপূজা, দীপান্বিতাৰ, সহস্ৰ বন্তিৰ শিখা ও আটচবাজীয়ে অমাৱস্যাৰ ঘোৰ অন্ধকাৰকো দূৰতে বিদূৰ কৰি শাৰদীয় উৎসৱক এক অনাবিল,স্বৰ্গীয়ৰূপ দিবলৈ সক্ষম হৈছিল। পদূলীয়ে পদূলীয়ে কলপুলি আৰু ৰাস্তাৰ দুয়োকাষে দোকান-পোহাৰৰ সন্মুখত শাৰী শাৰী বন্তি, ফটকা, ফুলজাৰি, চকু চাট্ মৰা দৃশ্যই এই উৎসৱৰ পৱিত্ৰতাই হৃদয়ত সাঁচ বহুৱাইছিল।

আজি সময় সলনি হ'ল। সেইদিনৰ সৰল জীৱনধাৰা জটিলতাৰ বুকুত হেৰাই গ'ল। উৎসৱৰ মাদকতাও যেন লাহে লাহে আঁতৰি গৈছে। বিশ্বাস-অবিশ্বাসৰ আলি দোমোজাত আজিৰ মানুহৰ বিচৰণ। প্ৰকৃতিয়ে কিন্তু আজিও স্ব-মহিমাৰে সকলোকে অকৃপণভাৱে সকলো দি আছে।

আমি সেইয়া কেনেকৈ লৈছো বা ল'ব পাৰো তাৰ ওপৰত সকলো নিৰ্ভৰ। ▣

অতীতত পূজাৰ ৰভা দিছিল ৰাইজ, নিজৰ পৰিয়াল আৰু বন্ধুবৰ্গই মিলি। কিন্তু বৰ্তমান যুগ পৰিৱৰ্তনৰ লগে লগে সকলো পৰিৱৰ্তন হৈছে। যিহেতু পৃথিৱীখনেই পৰিৱৰ্তনশীল, গতিকে এনেক্ষেত্ৰত প্ৰতিটো বস্তুৰেই পৰিৱৰ্তন ঘটাটো একো অস্বাভাৱিক নহয়।

# চামগুৰি তিনিআলি দুৰ্গাপূজাৰ অতীত আৰু বৰ্তমান

**প্ৰদীপ কুমাৰ দাস**
চামগুৰি, বিলপাৰ

চামগুৰি তিনিআলিৰ দুৰ্গাপূজাভাগ (মই জনামতে) মোৰ জন্মৰ (১৯৪৩ চন) আগৰে পৰাই বৰ্তমানলৈকে একেৰাহে প্ৰতিবছৰেই উদ্‌যাপন কৰা হৈ আছে। গতিকে মই সৰুৰে পৰাই এই পূজাভাগ উপভোগ কৰি আহিছো। এই পূজাভাগৰ প্ৰতি বৃহত্তৰ চামগুৰি অঞ্চলৰ ৰাইজৰ সহায়-সহযোগিতা আজি পৰ্যন্ত বিদ্যমান।

মই জানিব পৰা হোৱাৰ পৰাই পূজাভাগ একাদিক্ৰমে স্বৰ্গীয় কালিৰাম বৰাদেৰৰ পৰিয়ালেই বছৰি উদ্‌যাপন কৰি আছে। মই সৰুতেই দেখা পাইছিলো মোৰ ককা স্বৰ্গীয় ভোলানাথ দাস (যিজন ব্যক্তি এই অঞ্চলত সেই সময়ত ভোলাই খনিকৰ নামে পৰিচিত) দেৱীৰ মূৰ্ত্তিভাগ ককাৰ ঘৰৰ চোতালত নিৰ্মাণ কৰা প্ৰথমৰ পৰা শেষলৈকে দেখা পাইছিলো। ককাৰ এই কামত সহযোগিতা আগবঢ়াইছিল তেখেতৰ বৰপুত্ৰ অৰ্থাৎ মোৰ বৰদেউতা ঁভগীৰথ দাস আৰু মোৰ খুড়া ঁদুৰ্ল্লভ চন্দ্ৰ দাসে। পিছলৈ ককাই শাৰিৰীক অসুস্থতাৰ বাবে এই কাম কৰিবলৈ আগ্ৰহ প্ৰকাশ নকৰা হ'ল। গতিকে ইয়াৰ পিছৰে পৰাই এই মূৰ্ত্তিভাগ নিৰ্মাণ কৰাৰ দায়িত্ব অন্য খনিকৰৰ ওপৰত ন্যস্ত কৰিবলগীয়া হ'ল। তেতিয়াৰ পৰাই মূৰ্ত্তিভাগ পূজাঘৰতেই নিৰ্মাণ কৰা কাম আৰম্ভ কৰিলে। আমি সেই সময়ৰ সৰু ল'ৰা-ছোৱালীবোৰে মূৰ্ত্তিভাগ চাবলৈ ৰাতিপুৱা শোৱাৰপৰা উঠিয়েই পূজাঘৰলৈ ঢাপলি মেলো। আমাৰ মনত কি যে অপাৰ আনন্দ ইয়ক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰো। আজিও সঁচাকৈয়ে এই কথাবিলাক আমাৰ মানসপটত ভাঁহি উঠে।

যি কি নহওক, কালিৰাম বৰাদেৰে প্ৰতি বছৰেই নিয়মিকভাৱে এই পূজা উদ্‌যাপন কৰি আছিল।

তেখেতৰ মৃত্যুৰ পিছত এই পূজাভাগৰ দায়িত্ব পালন কৰে তেখেতৰ মাজুপুত্ৰ ঁউপেন বৰাদেৱে। ঁউপেন বৰাদেৱেও তেখেতৰ জীৱিত কালত প্ৰতি বছৰেই ৰাইজৰ সহায়-সহযোগিতাৰে পূজাভাগ নিয়মিতভাৱেই উদ্‌যাপন কৰিছিল। পিছত কালক্ৰমত এদিন ইহ সংসাৰৰ পৰা বিদায় মাগিলে। গতিকে তাৰ পিছৰে পৰাই এই পূজাভাগ উদ্‌যাপন কৰাৰ দায়িত্ব পালন কৰে তেখেতৰ নুমলীয়া ভাতৃ ঁবীৰেন বৰাদেৱে। ঁবীৰেন বৰাদেৱেও অতি নিষ্ঠাসহকাৰে এই পূজাভাগ প্ৰতিবছৰেই উদ্‌যাপন কৰিছিল। তেখেতৰ দিনত পূজাভাগত আগতকৈ কিছু পৰিৱৰ্তন কৰিছিল। এইটো ৰাইজৰ দৃষ্টিত পৰিছিল। কিন্তু দুৰ্ভাগ্য যে আজি মাত্ৰ কেইবছৰমান আগতে বীৰেন বৰাদেৱে এই সংসাৰৰ পৰা বিদায় মাগিলে। গতিকে তেখেতৰ মৃত্যুৰ পিছৰে পৰাই তেখেতৰ একমাত্ৰ সুযোগ্য সন্তান শ্ৰীভাস্কৰ বৰাই প্ৰতিবছৰেই নিয়মিতভাৱে এই পূজাভাগ অনুষ্ঠিত কৰি আহিছে। তুলনামূলকভাৱে ভাস্কৰ অতি কম বয়সীয়া ল'ৰা, কিন্তু তথাপিও তেওঁ অতি নিষ্ঠাৰে ৰাইজ আৰু বন্ধুবৰ্গৰ সহায়-সহযোগিতাৰে অতি আটকধুনীয়াকৈ পূজাভাগ উদ্‌যাপন কৰাৰ ক্ষেত্ৰত সফল হৈছে বুলি মই ব্যক্তিগতভাৱে ধাৰণা কৰো।

**অতীত আৰু বৰ্তমান**

অতীততে পূজাৰ ৰভা দিছিল ৰাইজ, নিজৰ পৰিয়াল আৰু বন্ধুবৰ্গই মিলি। কিন্তু বৰ্তমান যুগ পৰিৱৰ্তনৰ লগে লগে সকলো পৰিৱৰ্তন হৈছে। যিহেতু পৃথিৱীখনেই পৰিৱৰ্তনশীল, গতিকে এনেক্ষেত্ৰত প্ৰতিটো বস্তুৰেই পৰিৱৰ্তন ঘটাটো একো অস্বাভাৱিক নহয়। গতিকে বৰ্তমান ৰভাৰ পৰিৱৰ্তে যিহেতু সকলোতেই পেণ্ডেলৰ ব্যৱস্থা হৈছে, গতিকে চামগুৰিও ইয়াৰ ব্যতিক্ৰম নহয়। আজি কিছু বছৰ ধৰি চামগুৰি তিনিআলি দুৰ্গাপূজাৰ মণ্ডপো পেণ্ডেলৰ কৰ্ম-কুশলীসকলৰ দ্বাৰাই নিৰ্মাণ কৰি থকা হৈছে। যোৱা বছৰ চামগুৰি তিনিআলিত নিৰ্মাণ কৰা মণ্ডপ, গেইট আদি উন্নতমান বিশিষ্ট হোৱাটো পৰিলক্ষিত হৈছে। ইয়াৰ বাবে মই ব্যক্তিগতভাৱে শ্ৰীভাস্কৰ বৰা আৰু পূজা কমিটিৰ সমূহ সদস্যালৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো আৰু আশা ৰাখিলো যেন ভৱিষ্যতলৈ ইয়াতকৈও উন্নত মানদণ্ডৰ আৰ্হিৰে পূজা মণ্ডপ আৰু তোৰণটি নিৰ্মাণ কৰি ভক্তপ্ৰাণ ৰাইজ আৰু দৰ্শকৰ মন আকৰ্ষণ কৰি জিলাখনৰ ভিতৰত এটি উচ্চস্থান লাভ কৰি চামগুৰিলৈ গৌৰৱ কঢ়িয়াই আনিব পাৰে। ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো যেন কমিটিখনক অধিক শক্তি আৰু মনোবল দি উন্নতিৰ পথত আগুৱাই যাবলৈ প্ৰেৰণা যোগায়।

আগতে চামগুৰি তিনিআলিৰ দুৰ্গাপূজাত অসমীয়া ভাওনা পাতিছিল। কিন্তু বৰ্তমান ভাওনাৰ পৰিৱৰ্তে পূজা মণ্ডপত গীত-নৃত্য আদিৰ সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত হোৱা পৰিলক্ষিত হৈছে। ইয়াৰ ফলত গাঁৱৰ বা অঞ্চলৰ প্ৰতিভাৱান শিল্পীসকলে নিজৰ প্ৰতিভা বিকাশ কৰাৰ যথেষ্ট সুবিধা ভোগ কৰিছে। অৱশ্যে সন্ধ্যা দেৱীৰ সন্মুখত হোৱা 'আৰতি' অতীতৰ দৰে বৰ্তমানো অব্যাহত আছে।

অতীতৰ এই বৃহত্তৰ চামগুৰি অঞ্চলত মাত্ৰ চামগুৰি তিনিআলি আৰু ফুকনটোলৰ ঁৰত্নেশ্বৰ বৰাই পতা এই দুভাগ পূজাহে অনুষ্ঠিত হৈছিল। কিন্তু বৰ্তমান এই পূজাভাগ চামগুৰিৰ পৰা আমনিলৈকে বিভিন্ন ঠাইত অনুষ্ঠিত হোৱাৰ পৰিপ্ৰেক্ষিতত ভক্তপ্ৰাণ ৰাইজ আৰু দৰ্শকে পূজা উপভোগ কৰিবলৈ যথেষ্ট সুবিধা পাইছে।

সদৌ শেষত চামগুৰি তিনিআলিৰ দুৰ্গাপূজাৰ উত্তৰোত্তৰ সফল কামনাৰে সামৰণি মাৰিলো। ▣

অন্যান্য জীৱসমূহৰ দৰে এটা সময়ত মানুহৰো ঠাই পৰিভ্ৰমণৰ এক সহজাত অবিৰত প্ৰবৃত্তি আছিল। স্থায়ীভাৱে নগৰ-চহৰ পাতি বসবাস কৰিবলৈ লোৱাৰ পাছৰ পৰাহে সেই প্ৰবৃত্তি কিছু পৰিমাণে হ্ৰাস পালে।

# আহোম যুগৰ আগৰ চামগুৰিৰ সামাজিক আৰু ৰাজনৈতিক পৰিৱেশ


ঁঅতুল চন্দ্ৰ বৰা

বিশিষ্ট নাট্যকাৰ, চামগুৰি


উল্লেখিত বিষয়ৰ ওপৰত তাৎক্ষণিকভাৱে এটি আলোচনা আগবঢ়োৱা বৰ সহজসাধ্য নহয়। ইয়াৰ বুৰঞ্জী থাকিলেও বৰ সৰল নহয়। অ'ত ত'ত সিঁচৰতি হৈ থকা সমলেই হ'ব ইয়াৰ মূল উৎস। এনে এটি শিতান এজন বুৰঞ্জীবিদ অথবা অতি অভিজ্ঞ ব্যক্তিৰহে বিষয়। তথ্যৰ আঁত বিচাৰি আনন্দ পোৱা অথচ একেৰাহে একেটি বিষয়তে লাগি থাকিব নোৱাৰা আমাৰ দৰে ব্যক্তিৰ বাবে ই অতি গধুৰ হোৱা সত্বেও বাক্যত বন্দী হৈ বাক্যযাৰহে ৰাখিব বিচৰা হৈছে। আমি কোনো বিতৰ্কৰ মাজলৈ নগৈ সাধাৰণ কিছু তথ্যকে আগ কৰি মূল বিষয়লৈ আগবাঢ়ি যাব খুজিছো।

বৰ্তমান চামগুৰি বৃহৎ অঞ্চলটো খাটোৱাল, ভেলেউগুৰি, ৰঙাগড়া আৰু লাওখোৱা মৌজাৰ পৰিৱেষ্টিত। আনুমানিক সৰ্বমুঠ এশ বাৰ (১১২)খন গাঁৱকে ১,১৮,৫৩৪ জন আৰু মাটিকালি সৰ্বমুঠ ২৩,৬৫২.৭৯ হেক্টৰ। এই বৃহৎ অঞ্চলটোত বৰ্ত্তমান কাৰ্বি, বড়ো, ৰাভা, কোঁচ, কলিতা, ব্ৰাহ্মণ, গোসাঁই, আহোম, চুতীয়া, কৈৱৰ্ত, মুছলমান, চাহজনজাতি, বঙালী আদি বিভিন্ন জাতি-উপজাতিৰে পৰিপূৰ্ণ হৈ কলংসুঁতিৰ দুয়োপাৰে বসবাস কৰি আছে। হিন্দু, মুছলমান, খ্ৰীষ্টীয়ান, ধৰ্মৰ মানুহেৰে এই অঞ্চল পৰিৱেষ্টিত হৈ বাৰে ৰহনীয়া কৃষ্টি-সংস্কৃতিৰে জাতিষ্কাৰ হৈ আছে। কিন্তু আহোম যুগৰ আগৰ চামগুৰিৰ দৰে বৃহৎ অঞ্চলটো সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ কথা আলোচনা কৰিবলৈ যাওঁতে নিশ্চয় আহোম স্বৰ্গদেৱে চামগুৰিৰ ফুকনটোলত 'ফুকন'ক পতাৰ বহু আগলৈ গুছি যাব লাগিব। গেন্ধালী নামে ঠাইত স্বৰ্গদেৱে গোহাঁই, গগৈ, সন্দিকৈ,

গোহাঁই বৰুৱাসকলক পতাৰ সময়ছোৱাৰ বহু আগলৈ জুমি চাব লাগিব। গেৰুৱামুখত 'খৰঙিবৰুৱা'ক পতাৰ আগৰ কাললৈ যাব লাগিব। আহোম স্বৰ্গদেউৰ ৰাজকোঁৱৰ এই অঞ্চলেৰে খাছিয়া পাহাৰলৈ যাওঁতে লগত অহা সৈন্য-সামন্তৰ সুবিধাৰ্থে 'মগলু' (মণিপুৰ) সকলে খান্দি উলিওৱা 'মগ্‌লৌ পুখুৰী' (ফুকনটোলতে অৱস্থিত)ৰ ইতিবৃত্তৰ বহু আগলৈ যাব লাগিব। এনেদৰে আগলৈ চাই গৈ থাকিলে এটা কথাই উপলব্ধি হ'ব যে এতিয়াৰ সাতত্ৰিশ নম্বৰ ৰাষ্ট্ৰীয় ঘাইপথটো ব্ৰিটিছ শাসন কালত 'আসাম ট্ৰাঙ্ক ৰোড' নামেৰেহে জনাজাত আছিল। এই আসাম ট্ৰাঙ্ক ৰোডৰ কাষেৰেই বৈ গৈছে কলং সুঁতি। দিজু নদীৰ সৈতে একত্ৰিত হৈ বৈ যোৱা মহাবাহু ব্ৰহ্মপুত্ৰৰ সুঁতি কলং সুঁতিয়েই এতিয়াৰ দৰে গতি পথ সুস্থিৰ কৰি ৰাখিব নোৱাৰাৰ বাবেই হয়তো কলংসুতিৰ পৰা প্ৰায় তিনি কিলোমিটাৰ মান উত্তৰতহে মানুহে বসবাস কৰিবলৈ লৈছিল। দক্ষিণ পাৰলৈ মন কৰিলে মনলৈ আহে আহোমসকলৰ শাসন কালত প্ৰতাপী হৈ উঠা বাখৰ বৰালৈ। বাখৰ বৰাৰ দিনৰ পৰা আগলৈ মন কৰিলে সকলোৰে মনলৈ আহিব প্ৰৱল প্ৰতাপী হংসধ্বজ সিংহ ৰজাৰ কথা। হংসধ্বজ ৰজাৰ দুই পুত্ৰ আৰু জীয়াৰী যথাক্ৰমে সুধনা, সুৰৰ্থ আৰু চম্পাৱতীৰ কথা এতিয়াও ৰিঙিয়াই কৈ আছে চম্পাৱতী জলধাৰাই। কুণ্ডিল নগৰৰ পৰা ভগৱান শ্ৰীকৃষ্ণই ৰুক্মিণীক নিবলৈ অহাৰ কথা, কৃষ্ণৰ নাতি অনিৰুদ্ধই ঊষাক নিবলৈ আহোঁতে অনিৰুদ্ধ উদ্ধাৰৰ বাবে অহা শ্ৰীকৃষ্ণৰ কথা, নৰকাসুৰে নীলাচলত আৱদ্ধ কৰি ৰখা ষোল্লশ গোপীৰ উদ্ধাৰৰ বাবে অহা কৃষ্ণৰ কথা অথবা যুধিষ্ঠিৰে অশ্বমেধ যজ্ঞৰ বাবে মেলি দিয়া ঘোঁৰা সুধনা আৰু সুৰথৰ হাতত আৱদ্ধ হওতে পঞ্চপাণ্ডৱৰ অৰ্জুনে সেই ঘোঁৰাৰ মুক্তিৰ বাবে পৰাক্ৰমী যুৱৰাজ সুধনা আৰু সুৰৰ্থৰ হাতত পৰাজিত হোৱাৰ ক্ষণতে সখিৰ উদ্ধাৰৰ বাবে অহা শ্ৰীকৃষ্ণৰ কথা আমি ইয়াত সন্নিৱিষ্ট কৰিব খোজা নাই। কিন্তু হংসধ্বজ ৰজাৰ ৰাজত্ব কালৰ কথাই এইটোকে প্ৰমাণ কৰে যে, আহোম স্বৰ্গদেউৰ দিনত শিঙা ফুকি জান দিয়া শিঙিয়া অঞ্চলৰ পৰা আৰম্ভ কৰি চাপানালা অঞ্চললৈকেহে জন বসতি আছিল।

অন্যান্য জীৱসমূহৰ দৰে এটা সময়ত মানুহৰো ঠাই পৰিভ্ৰমণৰ এক সহজাত অবিৰত প্ৰবৃত্তি আছিল। স্থায়ীভাৱে নগৰ-চহৰ পাতি বসবাস কৰিবলৈ লোৱাৰ পাছৰ পৰাহে সেই প্ৰবৃত্তি কিছু পৰিমাণে হ্ৰাস পালে। কিন্তু, সেই সহজাত প্ৰবৃত্তিৰ বাবে, স্থানীয়ভাৱে বসবাস কৰিবলৈ মানসিকতা গঢ় লোৱাৰ বাবে আৰু ক্ৰমান্বয়ে জনসংখ্যা বৃদ্ধি হৈ অহাৰ পৰিপ্ৰেক্ষিতত এতিয়া চামগুৰিৰ এই বৃহৎ অঞ্চলটো চাৰিওফালে জনাকীৰ্ণ হৈ পৰিল। আমি যি সময়ৰ কথা ইয়াত উল্লেখ কৰিবলৈ লৈছো; সেই সময়ত চামগুৰিৰ দৰে পুৰণিগুদাম অঞ্চলতো এতিয়াৰ দৰে ৰাষ্ট্ৰীয় ঘাই পথৰ কাষ জনবসতিপূৰ্ণ নাছিল। বাহাদুৰ গাঁওবুঢ়াৰ বংশ-পৰিয়ালে যেতিয়া পুৰণিগুদাম অঞ্চলৰ আলিৰ কাষত বসবাস কৰিবলৈ ল'লে তেতিয়াৰ পৰাহে 'নৌকাৰ বেটা' আৰু বাহাদুৰ গাঁওবুঢ়াৰ 'সম্ভ্ৰান্ত' পৰিয়ালবৰ্গলৈ তিনি ভাগে বসবাস কৰিবলৈ ল'লে। গতিকে এনেবোৰ তথ্যৰ ভত্তিতে ক'ব পাৰি যে, চামগুৰি আৰু পুৰণিগুদাম

অঞ্চলটো একালত ‘কিৰাট’ গোষ্ঠী উদ্ভুত ৰজা হংসধ্বজ সিংহৰেই অধীনত আছিল। হংসধ্বজ, সূধনা আৰু সুৰথৰ শাসন কালৰ পাছত লাহে লাহে দক্ষিণাঞ্চল কাৰবি পাহাৰৰ সৈতে সংযোগ হৈ থকাৰ অজুহাতত সেই অঞ্চল কাৰবিসকলৰ অধীন হৈ পৰে। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি অতি মধুৰ হোৱাৰ বাবে বহু সংখ্যক কাৰবিলোক ভৈয়ামলৈ নামি আহি বসবাস কৰিবলৈ ল’লে। ঠায়ে- ঠায়ে তেওঁলোকে হাট-বজাৰো কৰিছিল। এতিয়া আমি পুৰণিগুদাম অঞ্চলৰ যি ঠাইক ‘মিকিৰহাট’ বুলি জানো, সেই ঠাইতে এসময়ত কাৰবিসকলে ‘হাট’ (বজাৰ) বহুৱাইছিল। কিন্তু কাৰবি ৰজা ‘ৰচকইদা’ৰ দিনত ভৈয়ামৰ সৈতে সংঘাত হয় আৰু কাৰবিসকলক বাধা দিবলৈ যি ঠাইত ভৈয়ামৰ মানুহ একত্ৰিত হৈছিল সেই ঠাইৰ নাম এতিয়াও ‘মিকিৰভেটা’ হৈয়েই আছে। প্ৰবাদ আছে, ৰচকইদা ৰজাই সৈন্য-সামন্তৰে নিজ ৰাজ্য বিস্তৃত কৰাৰ মানসেৰে এক অভিযান চলায় আৰু যি ঠাইলৈকে তেওঁ অধিগ্ৰহণ কৰিছিল সেই ঠাইতে এখন কোৰ (শিলেৰে নিৰ্মিত) ওভতাই পুতি দিয়ে। সেই কথাৰ বাবেই ভৈয়ামৰ লোকৰ সৈতে কাৰবিসকলৰ সংঘাত হৈছিল। ৰচকাইদা ৰজাৰ পাছত পুনৰ পৰ্বত-ভৈয়াম সম্প্ৰীতি গঢ় লৈ উঠি আজি পৰ্যন্ত সেই সম্পৰ্ক মধুৰ হৈ আছে। (কাৰবি আংলঙৰ ‘ৰংফাৰ’ বোলা এজন বন্ধুৰ পৰা সংগৃহীত।)

দক্ষিণপাৰ যদি সেই অৱস্থাত আছিল, তেন্তে উত্তৰপাৰৰ বিস্তৃত অঞ্চলটোত জনবসতি তেনেই সেৰেঙা আছিল। তথাপি দক্ষিণপাৰৰ শাসন ব্যৱস্থাই আছিল উত্তৰপাৰৰো শাসন ব্যৱস্থা। এই কথা প্ৰণিধানযোগ্য যে, চামগুৰিৰ দৰে বৃহৎ অঞ্চলটোলৈ যি জন প্ৰব্ৰজন ঘটিছিল তাৰ অধিকাংশই আছিল কোচ ৰাজবংশীৰ লোক। গতিকে এই কথা সহজে অনুমেয় যে হংসধ্বজ ৰজাৰ দিনৰে পৰা আহোম ৰাজত্বৰ সময়লৈকে চামগুৰি অঞ্চলটোত প্ৰতিনিধিত্ব কৰি আছিল কোচৰাজবংশী লোকসকলে। ইয়াৰ পাছতেই ক’ব লাগিব চামগুৰি অঞ্চলত স্থাপিত হোৱা সত্ৰসমূহৰ কথা। এই সত্ৰৰ জৰিয়তে চামগুৰি অঞ্চলত এটা সাংস্কৃতিক পৰিৱেশ গঢ় লৈ উঠিছিল। বাঘবৰ-আলি (বাঘবৰালী) হোৱাৰ আগতেই চামগুৰি বিলৰ পাৰত (খুব সম্ভৱ, এতিয়া য’ত এখন ইংৰাজী মাধ্যমৰ বিদ্যালয় স্থাপিত হৈছে) ‘চামগুৰি সত্ৰ’ৰ স্থাপিত হৈছিল। চামগুৰিৰ সত্ৰৰ পৰাহে অঞ্চলটোৰ নাম চামগুৰি হৈছে। কাৰণ, ‘চামগুৰি’ বুলি অসমৰ বহু ঠাইৰ নামাকৰণ কৰা হৈছিল। বানপানীৰ প্ৰকোপত সেই সত্ৰ তাৰ পৰা উঠাই নিবলৈ বাধ্য হয় আৰু ন-সত্ৰ নামেৰে এই সত্ৰ কলিয়াবৰ অঞ্চললৈ স্থানান্তৰিত কৰা হয়। ইয়াৰ পাছৰ অৱস্থাৰ কথা আলোচনা কৰিবলৈ যাওঁতে পোনতে মনত পৰিব ঐতিহ্যমণ্ডিত ‘ব্ৰহ্মচাৰী সত্ৰ’ৰ কথা। কুৰুৱাবাহীত পতা গোপাল আতাৰ সত্ৰৰ কথা। ঐতিহ্যমণ্ডিত ব্ৰহ্মচাৰী সত্ৰ এতিয়াও বিদ্যমান। কিন্তু গোপাল আতাৰ সত্ৰৰ কোনো চিন নেথাকিলেও এই অঞ্চলত এতিয়াও থকা কাল সংহতিৰ প্ৰভাৱ আৰু গোপালদেৱৰ থানে সেই সাক্ষ বহন কৰে। সত্ৰসমূহৰ দ্বাৰা কৃষ্ণ ভক্তিৰ প্ৰভাৱ পৰিলেও কিন্তু চামগুৰিৰ বৃহৎ অঞ্চলটোত বহু পুৰণিকালৰে পৰা ‘শৈৱ শক্তি’ৰ প্ৰভাৱ বাৰুকৈয়ে আছিল। বুঢ়া-বুঢ়ী গড়ৰ ওপৰত থকা

শিৰস্থান, ৰঙাগড়াৰ শিৰস্থান, ব্ৰহ্মচাৰী সত্ৰৰ মাজত থকা শিৰস্থান আৰু তাৰ পাছতো গঢ়ি উঠা বহু শিৰস্থানসমূহে সেই কথাকেই প্ৰমাণ কৰে।

মোৱামৰীয়া বিদ্ৰোহৰ দিনতে আহোম ৰাজ্যৰ পৰা ভাগি অহা লোকসকলৰ পাছে পাছে খেদি অহা মোৱামৰীয়া বিদ্ৰোহীসকলক এটি 'কুড়' (বিল)ত মৃত্যুদণ্ড দিয়াৰ বাবে সেই ঠাইৰ নাম আজিও 'মোৱামাৰি' হৈ আছে। এনেকুৱা বহু ঘটনা বহু কাহিনীৰে সমৃদ্ধ এই চামগুৰি অঞ্চলটো। এই অঞ্চললৈ শিৱসাগৰ, নাজিৰাৰ পৰা যিদৰে জন প্ৰব্ৰজন ঘটিছিল, একেদৰে বিজনী, গোৱালপাৰা আদিৰ পৰাও জন প্ৰব্ৰজন ঘটিছিল। এই সংমিশ্ৰত জনবসতিয়ে ইয়াৰ কলা-সাহিত্য-সংস্কৃতিক আগবঢ়াই নিবলৈ ঠন ধৰি উঠিছিল।

তাতে ৰহন চৰাইছিল পাছলৈ প্ৰব্ৰজন ঘটা বড়ো, ৰাভা, চাহ জনগোষ্ঠী, বঙালী আৰু মুছলমানসকলৰ লোক সংস্কৃতিয়ে।

আহোম ৰাজত্ব বা তাৰ পাছৰ পৰ্যায়লৈ গ'লে হয়তো আৰু বহু কথাৰে আলোচনা কৰিব লাগিব। আলোচনা কৰিব লাগিব স্বাধীনতা সংগ্ৰামৰ কথা। এই কথাবোৰতো কিন্তু হংসধ্বজ ৰজাৰ কালৰে চামগুৰীয়া ৰাইজৰ সাহস, সংগ্ৰামী চেতনাবোধ আৰু সততাৰ কথা নিহিত হৈ আছে। নিহিত হৈ আছে বাখৰ বৰাৰ দৰে মানুহৰ কথা। সি যিয়েই নহওক কিয় চামগুৰিৰ দৰে বৃহৎ অঞ্চলটোত পৌৰাণিক কালৰে পৰা থকা শান্তি-সম্প্ৰীতি, ঐক্য-সংহতি চিৰকাল চিৰসেউজ হৈ থকাতো নিশ্চয় সকলোৰে মনে-প্ৰাণে কামনা কৰে। ▣

(নাট্যকাৰ প্ৰয়াত অতুল চন্দ্ৰ বৰাৰ এই লেখাটো তেখেতৰ পৰিয়ালবৰ্গৰ পৰা লোৱা অনুমতিমৰ্মে পুনৰ্মুদ্ৰণ কৰা হৈছে।)

কেইখনমান কথাছবিৰ link তলত দিয়া হৈছে। কথাছবিকেইখন চাবলৈ QR code কেইটা scan কৰক ঃ

**হালধীয়া চৰায়ে বাওধান খায়** (১৯৮৭)
পৰিচালক ঃ জাহ্নু বৰুৱা

**অপৰূপা** (১৯৮২)
পৰিচালক ঃ জাহ্নু বৰুৱা

**আৱৰ্তন** (১৯৯৩)
পৰিচালক ঃ ভবেন্দ্ৰনাথ শইকীয়া

পূজা বুলিলেই শেৱালিৰ সুৱাস, শুকুলা মেঘ আৰু কলংৰ বাকৰিৰ কঁহুৱা ফুলৰ ৰূপৰ বৰণে অঞ্চলটোক এটা অনন্য মাত্ৰা প্ৰদান কৰিছিল। ঘৰে ঘৰে পদূলিৰ শেৱালি ফুলৰ গোন্ধত পৰিৱেশটো অধিক শাৰদীয় হৈ উঠিছিল। শৰৎ কালৰ এই বিতোপন পৰিৱেশত প্ৰায় সকলোৰে ঘৰলৈ আলহীৰ আগমন হৈছিল আৰু এই আলহীসকলৰ যাতায়তৰ মূল মাধ্যম আছিল চাপৰমুখৰ পৰা শিলঘাটলৈ চলাচল কৰা ভাপ-ইঞ্জিনত চলা ৰে'লগাড়ীখন।

# সত্তৰৰ দশকৰ চামগুৰিৰ দুৰ্গাপূজা ঃ এটি অৱলোকন

**ধ্ৰুৱজ্যোতি বৰুৱা**
মুৰব্বী অধ্যাপক, ভূগোল বিজ্ঞান বিভাগ
নগাঁও মহাবিদ্যালয় (অট'নমাছ)

চামগুৰিৰ দুৰ্গা পূজা বুলিলে শৈশৱৰ বহু কথাই মনটো নষ্টালজিক কৰি তোলে। যিভাগ অকাল বোধন পূজাই ২০২৩ বৰ্ষত ১২৫ বছৰ অতিক্ৰম কৰিছে, সেই পূজাভাগৰ লগত মোৰ সম্বন্ধ প্ৰায় পাঁচটা দশকৰ। সত্তৰৰ দশকত চামগুৰিৰ পূজাঘৰটো বহুত সৰু আছিল। সেই সময়ত দেৱীৰ প্ৰতিমাসমূহ দূৰৰ পৰা কিনি অনা হোৱা নাছিল আৰু একেখন বেদীতে আটাইকেইজন দেৱ-দেৱীক প্ৰতিষ্ঠা কৰা হৈছিল। প্ৰতিমা বনাবলৈ প্ৰায় এক-ডেৰমাহমান আগৰে পৰা শুকান ধানখেৰ আনি লাহে লাহে প্ৰতীমাৰ আকৃতি প্ৰদান কৰা হৈছিল। সেই সময়ত আমি চামগুৰি আদৰ্শ প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ। স্কুল ছুটিৰ পাছত সেই খেৰৰ মাজত সোমাই থাকি প্ৰতীমাৰ আকাৰ প্ৰদান কৰাৰ পৰা মাটিৰ বিভিন্ন প্ৰলেপ দি গোসাঁনীৰ মূৰ প্ৰতিষ্ঠা কৰা, খাজত কাটি মুকুট লগোৱা আদি কাৰ্যসমূহ প্ৰত্যক্ষ কৰি প্ৰচুৰ আনন্দ আৰু উৎসুকতাৰে লক্ষ্য কৰি গৈছিলো। পূজাৰ প্ৰায় এসপ্তাহমান আগৰে পৰা প্ৰতীমা ৰং দিয়া পৰ্বটো আছিল আৰু আকৰ্ষণীয়। বিভিন্ন ধৰণৰ নাৰিকলৰ চকাবোৰত ৰংসমূহ মিশ্ৰণ কৰি খনিকৰে প্ৰতীমাৰ জীৱন্ত ৰূপ প্ৰদান কৰিছিল। কনুৱামাৰীৰ ফালৰ সেই খনিকৰজনৰ প্ৰতীমা নিৰ্মাণ পদ্ধতি আছিল অতি উচ্চমানৰ। তেখেত আৰু তেখেতৰ পুত্ৰৰ কৰ্মকুশলতাক মই আজি স্মৰণ কৰিছো।

চামগুৰি দুৰ্গপূজাৰ বেলবৰণৰ পৱিত্ৰ কাৰ্য আৰম্ভ হৈছিল সেইসময়ৰ প্ৰখ্যাত ঢাকবাদক কান্দ্ৰা ঢুলীয়াৰ বৰঢোলৰ শব্দত। ভক্তিবাদক ঢাকবাদকজনে অতি নিষ্ঠাৰে আটাইকেইদিন চামগুৰিখনক উৎসৱমুখৰ কৰি তুলিছিল। দেৱী

বিসৰ্জনৰ পিছত প্ৰত্যেক দোকানতে আৰু কিছুসংখ্যক মানুহৰ ঘৰত মংগলবাদ্য বজাই সকলোৰে মংগল কামনা কৰি বছৰটোলৈ বিদায় লৈছিল।

পূজা বুলিলেই শেৱালিৰ সুৱাস, শুকুলা মেঘ আৰু কলংৰ বাকৰিৰ কঁহুৱা ফুলৰ ৰূপৰ বৰণে অঞ্চলটোক এটা অনন্য মাত্ৰা প্ৰদান কৰিছিল। ঘৰে ঘৰে পদূলিৰ শেৱালি ফুলৰ গোন্ধত পৰিৱেশটো অধিক শাৰদীয় হৈ উঠিছিল। শৰৎ কালৰ এই বিতোপন পৰিৱেশত প্ৰায় সকলোৰে ঘৰলৈ আলহীৰ আগমন হৈছিল আৰু এই আলহীসকলৰ যাতায়তৰ মূল মাধ্যম আছিল চাপৰমুখৰ পৰা শিলঘাটলৈ চলাচল কৰা ভাপ-ইঞ্জিনত চলা ৰে'লগাড়ীখন। যদিও পাছলৈ 'সোণৰ অসম' আৰু 'ডিলাক্স' নামৰ দুখন বাছ (সেই সময়ৰ প্ৰথম উপনগৰীয়া বাছ) নগাঁও চহৰৰ পৰা চলাচল কৰিছিল।

পূজা কেইদিনৰ অন্যতম আকৰ্ষণ আছিল জুনুকা, পুতলা আৰু বেলুনৰ সুন্দৰকৈ সজোৱা অস্থায়ী দোকানসমূহ। এই দোকানসমূহৰ ভিতৰত প্ৰয়াত শশী মামাৰ দোকানখন সকলোৰে আকৰ্ষণৰ কেন্দ্ৰবিন্দু আছিল। বিভিন্ন ধৰণৰ পিষ্টল, জুনুকা আৰু পুতলাৰ সমাহাৰ দোকানখনৰ মুখ্য আকৰ্ষণ আছিল। সেই সময়ত পৰমেশ্বৰ নামৰ বিহাৰৰ লোক এজনৰ পাণদোকান পূজাৰ অন্য এটি আকৰ্ষণৰ কেন্দ্ৰ আছিল। বিভিন্ন মচলাৰে ৰং-বিৰঙৰ সজাই থোৱা 'খিলি পাণ'সমূহে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। পৰমেশ্বৰৰ পাণৰ সোৱাদ বেনাৰসী পাণতকৈ কোনোগুণে কম নাছিল। পূজা বুলিলেই বিভিন্ন ধৰণৰ মিঠাই আৰু জেলেপীৰ সমাহাৰ। চামগুৰি পূজাৰ শ্ৰদ্ধাৰ অনিল দাসৰ জেলেপীৰ আকাৰ আৰু সোৱাদ ভাৰতৰ্বষৰ কোনো ঠাইতে পোৱা নাযাব।

পূজাৰ অন্যতম আকৰ্ষণ আছিল দিন ভাওনা আৰু বৰাপূজীয়া, গেন্ধালী আদিৰ পৰা আমন্ত্ৰণ কৰি অনা নাম-পাৰ্টিৰ নাম প্ৰদৰ্শন। মহাভাৰত, ৰামায়ণ আদিৰ কাহিনীৰে উপস্থাপিত হোৱা অংকীয়া ভাওনাসমূহে পূজা উৎসৱৰ সোণত সুৱগা চৰাইছিল। অৱশ্যে কোনোবা কোনোবা বছৰত হৰিচন্দ্ৰ পাল্লাও পৰিৱেশনৰ কাৰণে আমন্ত্ৰণ কৰি অনা হৈছিল।

চামগুৰি এখন বিভিন্ন জাতি-জনগোষ্ঠীৰে ভৰপূৰ এখন ঠাই। ভৌগোলিকভাৱে চামগুৰি উজনি আৰু নামনি অসম আৰু কাৰ্বি মালভূমিৰ জংচন। ক'বলৈ গ'লে চামগুৰিৰ পৰাই উজনি অসমৰ আৰম্ভ হৈছে আৰু পশ্চিম দিশে উদ্‌মাৰীৰ পৰা গণ্ডোৱানা যুগৰ কাৰ্বি মালভূমি। গতিকে সকলো ধৰণৰ জনগোষ্ঠীৰ বাসস্থানৰ কাৰণে চামগুৰি উপযুক্ত ঠাই। ৰাভা, বড়ো, কছাৰী, তিৱা, চাহ-জনগোষ্ঠী, বঙালী, বিহাৰী প্ৰায় সকলো লোকেই অন্তঃকৰণেৰে শতক গৰকা এই পূজাভাগ উদ্‌যাপিত কৰি আহিছে।

বিজয়া দশমীৰ বিদায় পৰ্বৰে বাজিয়াগাঁৱৰ দলংৰ ঘাটত দেৱীক বিসৰ্জন দিয়াৰ পাছত এটি উৰুঙাভাৱে সকলোৰে মন-প্ৰাণ শোকবিহ্বল কৰি তোলে। অৱশ্যে চামগুৰিত দেৱীৰ বিসৰ্জন সেই সময়ত দেৰিকৈ দিয়া হৈছিল। কিন্তু বিজয়া দশমীৰ কেইদিনমান পাছতেই সেই মণ্ডপত শ্ৰীশ্ৰীলক্ষ্মী পূজা আৰু তাৰ পাছত চৰিদিনীয়া ৰাসোৎসৱৰ কাৰণে সকলো ব্যস্ত হৈ পৰিছিল।

শেষত ১২৫ বছৰীয়া দুৰ্গাদেৱীৰ এই পূজাভাগে চামগুৰিৰ ৰাইজক অনন্ত কাললৈ উদ্‌যাপন কৰাৰ কাৰণে দেৱীয়ে সকলোকে শক্তি দিয়ক, পৃথিৱীৰ পৰা অপায়-অমঙ্গল দূৰ কৰক আৰু আমাৰ পৃথিৱীখন শান্তিৰ আলয় হওক। ▣

চামগুৰি ঠাইখন বিভিন্ন সম্প্ৰদায়, জনগোষ্ঠীৰে ভৰা এখন সুন্দৰ ঠাই। জাতি-বৰ্ণ নিৰ্বিশেষে বিভিন্ন সম্প্ৰদায়ৰ সাংস্কৃতিক ক্ষেত্ৰখনে চামগুৰিক চহকী কৰি তোলাত যথেষ্ট অৰিহণা যোগাইছে। ইয়াৰ বিভিন্ন জাতি-জনজাতি আৰু সম্প্ৰদায়সমূহে সময়ে সময়ে উদ্‌যাপন কৰি অহা উৎসৱসমূহে চামগুৰি মন-প্ৰাণ সদায় চঞ্চলা কৰি ৰাখে।

# চামগুৰিৰ সাংস্কৃতিক পৰিৱেশ ঃ অতীত আৰু বৰ্তমান

**ধ্ৰুৱজ্যোতি ভৰালী**
চামগুৰি

কোনো এখন ঠাইৰ চিনাকি বা পৰিচয়ৰ লগত সেই ঠাইখনৰ সাংস্কৃতিক জগতখনৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। চামগছৰ গুৰি চামগুৰিৰ লগতো ইয়াৰ সাংস্কৃতিক জগতখনৰ বহু অৰদান জড়িত হৈ আছে। চামগুৰি ঠাইখন বিভিন্ন সম্প্ৰদায়, জনগোষ্ঠীৰে ভৰা এখন সুন্দৰ ঠাই। জাতি-বৰ্ণ নিৰ্বিশেষে বিভিন্ন সম্প্ৰদায়ৰ সাংস্কৃতিক ক্ষেত্ৰখনে চামগুৰিক চহকী কৰি তোলাত যথেষ্ট অৰিহণা যোগাইছে। ইয়াৰ বিভিন্ন জাতি-জনজাতি আৰু সম্প্ৰদায়সমূহে সময়ে সময়ে উদ্‌যাপন কৰি অহা উৎসৱসমূহে চামগুৰি মন-প্ৰাণ সদায় চঞ্চলা কৰি ৰাখে। চামগুৰি অঞ্চলত উলহ-মালহেৰে আঞ্চলিক ভিত্তিত উদ্‌যাপন কৰা উৎসৱসমূহৰ ভিতৰত— দুৰ্গাপূজা, ৰাসমহোৎসৱ, বিহু আদি প্ৰধান। শতবৰ্ষ গৰকা চামগুৰি তিনিআলি দুৰ্গাপূজা সমিতি আৰু হাঁহচৰা-বৰালি দুৰ্গাপূজা সমিতিয়ে অতীজৰে পৰা নানা ৰঙীন কাৰ্যসূচীৰে দুৰ্গামহোৎসৱভাগ নিয়াৰিকৈ উদ্‌যাপন কৰি আহিছে। ইয়াৰ উপৰি চামগুৰি অঞ্চলৰ বহু ঠাইত বাৰেৰহণীয়া কাৰ্যসূচীৰে শ্ৰীশ্ৰীকৃষ্ণ ৰাসমহোৎসৱভাগ উদ্‌যাপন কৰাৰ লগতে অসমীয়াৰ বাপতিসাহোন ৰঙালী বিহু বৰ ধুম-ধামেৰে এই অঞ্চলৰ ৰাইজে উদ্‌যাপন কৰা দেখা যায়।

চামগুৰিৰ সাংস্কৃতিক জগতখনলৈ বহু ব্যক্তিৰ অৰদান আছে। এনে এজন ব্যক্তি হ'ল প্ৰয়াত চেনি ৰাজখোৱা। এই সংস্কৃতিৱান ব্যক্তিজনৰ তৎপৰতাৰ চামগুৰিৰ ৰাস মহোৎসৱভাগ অতীজৰ পৰা বৰ্তমানলৈ উদ্‌যাপন কৰি অহা হৈছে। এই ৰাস মহোৎসৱভাগ

বৰ্তমানেও চামগুৰি তিনিআলিত উদ্‌যাপন কৰি থকা হয়। চামগুৰি অঞ্চল অংকীয়া ভাওনা আৰু মঞ্চনাটৰ ক্ষেত্ৰটো সদায় আগৰণুৱা আছিল। মিলন নাট্য সংঘ, মঞ্চলোক, জনকল্যাণ সমাজ আদি অনুষ্ঠানসমূহেও নাট্য সংস্কৃতিলৈ বহু অৰিহণা আগবঢ়ায়। এই অঞ্চলৰ সুদক্ষ নাট্যকৰ্মী প্ৰয়াত অতুল বৰাদেৱৰ নাট্য সাহিত্যলৈ অৱদান উল্লেখনীয়। তেখেত নাট্যকাৰ, অভিনেতা, পৰিচালক, ঔপন্যাসিক আছিল। তেখেতৰ একান্ত সুযোগ্য সন্তান পল্লৱ পৱন বৰা বৰ্তমান এই জগতখনত এজন পৰিচিত ব্যক্তি। বৰ্তমানৰ অতি জনপ্ৰিয় ধাৰাবাহিক 'বেহাৰবাৰী আউটপ'ষ্ট'ত পল্লৱ পৱন বৰা Script Writer হিচাপে নিজৰ পাৰদৰ্শিতা প্ৰতিফলিত কৰিছে। ইয়াৰ উপৰি এওঁ ভ্ৰাম্যমান নাট্যজগতৰ এজন বলিষ্ঠ নাট্যকাৰ হিচাপে সকলোৰে পৰিচিত।

নাট্যজগতৰ বাহিৰে সংগীত ক্ষেত্ৰখনত এই অঞ্চলৰে প্ৰয়াত সোণাৰাম দাস, প্ৰয়াত হীৰা দাস, প্ৰয়াত পুলিন শইকীয়া আদিৰ অৱদান উল্লেখযোগ্য। এওঁলোকৰ বাহিৰেও শ্ৰীতপন কলিতা, মনচুৰ আলী, দেৱজিৎ শইকীয়া, প্ৰশান্ত ফুকন, নিপেন হাজৰিকা আদিয়ে এই জগতখনলৈ বহু অৰিহণা যোগাই আহিছে। গায়ক-গায়িকী হিচাপে খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হোৱা ব্যক্তিসকল হ'ল— প্ৰয়াত বৰ্ণালী হাজৰিকা, শ্ৰীজুৰিমণি বৰা, চয়নিকা দাস, মণি হাজৰিকা, মনচুমী বৰা, জ্যোতিজিম্‌লি মহন্ত, বিৰেন দাস, উন্মনা হাজৰিকা আদিৰ নাম উল্লেখ কৰিব পাৰি। সংগীত জগতখনত এই অঞ্চলৰ এজন ব্যক্তি শ্ৰীমানস হাজৰিকাদেৱৰ নাম উল্লেখ নকৰিলে ভুল কৰা হ'ব। মানস হাজৰিকা বৰ্তমান যুগৰ সংগীত ক্ষেত্ৰত অতি জনপ্ৰিয় নাম। 'বিদেশত আপোন মানুহ' গীতটিৰে সংগীত পৰিচালনাৰে শীৰ্ষত উপনীত হোৱা এইজন ব্যক্তি বিভিন্ন বোলছৱিত সংগীত পৰিচালনা, দূৰদৰ্শনৰ ধাৰাবাহিকত সংগীত পৰিচালনাৰে নিজৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছে। বৰ্তমান নতুন প্ৰজন্মৰ শিল্পী শ্ৰীসাগৰ বৰা, পৱিত্ৰ বৰা, দীপেন দাস, বিদ্যুৎ দাস আদিয়েও এই জগতখনত সুন্দৰকৈ নিজৰ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। ভ্ৰাম্যমান নাট্য জগতত আৰু এজন ব্যক্তি শ্ৰীবীৰেন শইকীয়াদেৱৰ অৱদানো নুই কৰিব নোৱাৰি। বৰ্তমান নাট্যক্ষেত্ৰখনত অংশুমান শইকীয়া, অম্লানদীপ শইকীয়া আৰু মিৰদান গোষ্ঠীৰ সকলো সদস্যৰ এটা দলে সুন্দৰভাৱে কাম কৰি থকা দেখা গৈছে। ইয়াৰ উপৰি সংগীত বৰা, নিহাৰিকা বৰাই এই অঞ্চলত সত্ৰীয়া সংস্কৃতিক ধৰি বিভিন্ন নৃত্যৰ প্ৰশিক্ষণৰ দ্বাৰা অঞ্চলটিৰ যুৱক-যুৱতী, শিশুসকলক আগবঢ়ায় নিয়াৰ চেষ্টা অব্যাহত ৰাখিছে।

সদৌ শেষত চামগুৰি অঞ্চলৰ সাংস্কৃতিক জগতখনৰ উন্নতি কামনা কৰিলো। অনিচ্ছাকৃত কোনো ব্যক্তিৰ নাম উল্লেখ কৰিব নোৱৰাৰ বাবে ক্ষমা বিচাৰি চামগুৰি তিনিআলিৰ দুৰ্গপূজা সমিতিৰ ভাস্কৰ বৰা, ডম্বৰু দাস, মানৱ দাস, বিশাল শইকীয়া, বিকাশ বৰা আদি কৰি সকলোলৈকে মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো। ■

জয়তু শ্ৰীশ্ৰীদুৰ্গা মায়ে নমঃ।

প্ৰকৃততে দেৱী প্ৰকৃতিস্বৰূপা, প্ৰকৃতি নহ'লে আমি জীয়াই থাকিব নোৱাৰিম, প্ৰকৃতিৰ নিয়মমতেই সৃষ্টি, স্থিতি, লয় অবিৰামভাৱে হৈ আহিছে।

# শক্তি পূজাৰ প্ৰাসংগিকতা

**প্ৰভাত শৰ্মা**
চামগুৰি

'শক'— এই শব্দ ঐশ্বৰ্যবাচক আৰু 'তি'— এই শব্দটি পৰাক্ৰমবাচক, অৰ্থাৎ যি ঐশ্বৰ্য আৰু পৰাক্ৰমস্বৰূপ হৈ সকলোকে মঙ্গল প্ৰদান কৰে তেওঁৰেই নাম শক্তি। শক্তিতে এই সমস্ত বিলীন হৈ আছে। শক্তিৰ আন এক নাম ভাগৱতী, অৰ্থাৎ ভগৰূপা; এই পৰম আদ্যাশক্তিয়েই মহাশক্তিৰ আধাৰস্বৰূপা। মহাশক্তিৰ আধাৰ দুৰ্গাদেৱী। তেওঁ শক্তি অধিষ্ঠাত্ৰী, দুৰ্গতি নাশিনী আৰু সৃষ্টিৰ প্ৰতীক।

'দ' বৰ্ণই দৈত্য বিনাশ কৰে, 'উ'-কাৰে বিঘ্ন নাশ কৰে, 'ৰেফ'-এ ৰোগ নাশ কৰে, 'গ' বৰ্ণই পাপ নাশ কৰে আৰু 'আ'-কাৰে শত্ৰু নাশ কৰে। ইয়াৰ অৰ্থ হ'ল দৈত্য, বিঘ্ন, ৰোগ, পাপ আৰু শত্ৰুৰ হাতৰ পৰা যি ৰক্ষা কৰে তেওঁৰেই দুৰ্গা। জীৱন ধাৰণৰ এক সৰল উপায় হ'ল ধৰ্ম। ধৰ্মৰ যোগেদি মানুহৰ আধ্যাত্মিক উন্নতি সাধন হয়। জাগ-যজ্ঞ, পূজা-অৰ্চনা, নাম-কীৰ্ত্তন আদি কাৰ্যই মানুহৰ অন্তৰত ধৰ্মীয় ভাবৰ উদ্ৰেক কৰে, সৰ্বধৰ্মৰে উদ্দেশ্য এক— মানৱ সম্পদক সুস্থিৰভাৱে পৰিচালিত কৰা, ধৰ্মৰ উদ্দেশ্য এক। কেৱল লক্ষ্যত উপনিত হোৱাৰ পথ বেলেগ বেলেগ।

আদ্যশক্তি দুৰ্গাদেৱীক বছৰৰ দুটা ঋতুত— বসন্ত আৰু শৰৎ কালত আৰাধনা কৰা হয়। বসন্ত কালত বাসন্তী পূজা আৰু শৰৎ কালত শাৰদীয় দুৰ্গা পূজা বুলি কোৱা হয়। দেৱী পূজা একে হ'লেও বাসন্তী পূজাত বোধন নাই। ত্ৰেতা যুগত শ্ৰীৰামচন্দ্ৰই ৰাৱণ বধ কৰিবৰ কাৰণে অকাল বোধন কৰি শৰৎ কালত দেৱী দুৰ্গাক পূজা কৰিছিল। দেৱী পুৰাণৰ মতে শৰৎ কালত ভক্তিভাৱে দুৰ্গা পূজা কৰিলে অশ্বমেধ যজ্ঞৰ সমান ফল পায় বুলি কোৱা আছে।

পৃথিৱীত অশুভ শক্তিয়ে দুখ-দুৰ্গতি, মাৰিমৰক, অপ্ৰীতি-অসূয়া আদিৰে শংকিত কৰাৰ সময়ত দুৰ্গতি নাশিনী দুৰ্গাই ন-টা ৰূপত অশুভ শক্তিসমূহক পৰাভূত কৰি পৃথিৱীখন পোহৰাই তোলে। এই ন-টা ৰূপ হৈছে— শৈলপুত্ৰী, ব্ৰহ্মচাৰিণী, চন্দ্ৰঘণ্টা, কুস্মাণ্ডা, স্কন্দমাতা, কাত্যায়নী, কালৰাত্ৰী, মহাগৌৰী আৰু সিদ্ধিধাত্ৰী।

দুৰ্গম নামৰ অসুৰ এটা বধ কৰিছিল বাবে দেৱীৰ নাম হয় দুৰ্গা, ইয়াৰ অৰ্থ হ'ল— যাক অতি কষ্টৰে লাভ কৰা হয়। সেয়ে আমি মানৱ সমাজে মা-দুৰ্গাৰ চৰণত সেৱা আগবঢ়াই নিজৰ লগতে সমাজৰ উন্নতি সাধন কৰিব লাগে।

মহিষাসুৰক বধ কৰিবলৈ স্ত্ৰী শক্তিৰ প্ৰয়োজন হোৱাত দেৱতাসকলৰ ভক্তিত সন্তুষ্ট হৈ ত্ৰি-শক্তিৰ পৰা নিৰ্গত হোৱা তেজপুঞ্জৰ পৰা মহাশক্তি দেৱীৰ আৱিৰ্ভাৱ হয় আৰু এই দেৱীগৰাকী হ'ল দশভুজা দেৱী দুৰ্গা। দেৱী দুৰ্গাই দশপাত শাণিত অস্ত্ৰ ধাৰণ

কৰি মহিষাসুৰৰ লগত যুদ্ধত অৱতীৰ্ণ হৈ নিধন কৰি স্বৰ্গৰাজ্য দেৱৰাজ ইন্দ্ৰক ওভতাই দিয়ে।

দুৰ্গাৰ মূৰ্তি সাধাৰণতে মৃণ্ময়ী যদিও সাম্প্ৰতিক কালত কাঠ, ধাতু আদি নানা সামগ্ৰীৰে তৈয়াৰ কৰা হয়। সাধাৰণ ভক্তই নিৰাকাৰ ৰূপত দেৱীক আৰাধনা কৰা সম্ভৱ নহয় অৰ্থাৎ বিমূৰ্ত ধ্যান কৰা কঠিন বাবে সাকাৰ ৰূপত পূজা কৰা হয়।

দুৰ্গা পূজাৰ বিশেষ অংগ নৱ পত্ৰিকাত দুৰ্গাৰ নৱশক্তি আৰোপ কৰি পূজা কৰা হয়। নৱ পত্ৰিকা ন-বিধ গছৰ পাতৰ সমষ্টি, প্ৰত্যেকবিধ পাততে দেৱীৰ একোটাকৈ শক্তি নিহিত থাকে। যথাক্ৰমে ৰম্ভা বা কলগছ, ক'লা কচুৰ গছ, হালধি গছ, জয়ন্তী ফুল, এযোৰ বেলৰ সৈতে ডাল, ডালিমগছৰ ডাল, অশোক গছৰ ডাল, ধান গছ আৰু মানকচু— এই ন-বিধ উদ্ভিদ অপৰাজিতা লতাৰে বান্ধি বগা শাৰী পিন্ধাই কইনাৰ দৰে সজাই দুৰ্গাদেৱীৰ বেদীৰ সোঁফালে প্ৰতিষ্ঠা কৰা হয়।

দুৰ্গা পূজাৰ আন এক গুৰুত্বপূৰ্ণ কথা হ'ল কুমাৰী পূজা। দুৰ্গা পূজাৰ নৱমী তিথিত কুমাৰী পূজা কৰা হয়। ১ বছৰৰ পৰা ১২ বছৰৰ ভিতৰৰ অকুমাৰী (অপুষ্পিতা) ছোৱালী এই পূজাত দিয়া হয়। বছৰ অনুসৰি এই ছোৱালীবোৰৰ নাম দি পূজা কৰা হয়।

পূজা শব্দৰ অৰ্থ হ'ল সংবৰ্ধনা। অৰ্থাৎ যাক পূজা কৰা হয় তেওঁৰ গুণবোৰ নিজৰ চৰিত্ৰত প্ৰতিফলিত কৰি উন্নতিৰ পথত অগ্ৰসৰ হোৱা। দেৱীৰ ওচৰত আমি শৰণাপন্ন হৈ মনৰ অহংকাৰ, পাপ, সংকীৰ্ণতা আদি বিসৰ্জন দিব পৰাটোৱেই দুৰ্গা পূজা পতাৰ সাৰ্থকতা।

মনুসংহিতা স্মৃতি শাস্ত্ৰৰ মতে—

যত্ৰ নাৰ্য্যস্তু পূজন্তে ৰমন্তে তত্ৰ দেৱতাঃ।

যত্ৰৈতাস্তু ন পূজ্যন্তে সমস্তাঃ নিস্ফল্যাঃ ক্ৰিয়াঃ।।

অৰ্থাৎ— দি দেশত নাৰীক পূজা হ'ব সেই দেশতহে অন্যান্য দেৱতাসকল সন্তুষ্ট হ'ব। যি দেশত নাৰীক অপমান/পূজা কৰা নহয় সেই দেশৰ সকলো কৰ্মই নিস্ফল।

প্ৰাৰ্থনাৰে ভক্তসকলে দেৱীৰ পৰা শক্তি সাধনা কৰিব লগা হয়। দেহত শক্তি নাথাকিলে ভক্তি সিদ্ধি কৰাটো জীৱৰ পক্ষে সম্ভৱ নহয়।

ৰূপং দেহী, তায়ং দেহী ভাগ্যং ভগৱতী দেহী সে,

পুত্ৰান দেহী, ধনং দেহী সৰ্বাণ কামাঞ্চ দেহী যে।।

দেৱীৰ ১০৮ ৰূপ, মহিষাসুৰক মাৰিবলৈ ৯ ৰূপৰহে কাম আছিল সেয়ে দেৱীত ৯ ৰূপৰ পূজা হয় আৰু ১০ দিনৰ দশমী বা দশেহৰা পতা হয়। মাৰ পূজা কৰা মন্ত্ৰ ব্ৰহ্মাজীৰ দ্বাৰা মাৰ্কেণ্ডেয় ঋষিক দিয়া হৈছিল— "যা দেৱী সৰ্বভোতেষু..."। দশেহৰাক বিজয়া দশমী বোলে কাৰণ এই দিনটোত শ্ৰীৰামে বিজয় প্ৰাপ্ত কৰিছিল। দুৰ্গা পূজা সমুদ্ৰ তিৰত প্ৰথমে ৰামচন্দ্ৰই কৰিছিল।

প্ৰকৃততে দেৱী প্ৰকৃতিস্বৰূপা, প্ৰকৃতি নহ'লে আমি জীয়াই থাকিব নোৱাৰিম, প্ৰকৃতিৰ নিয়মমতেই সৃষ্টি, স্থিতি, লয় অবিৰামভাৱে হৈ আহিছে। প্ৰতিবছৰে মহালয়াৰ পৰা বিজয়া দশমীলৈকে যদি মাৰ ব্ৰত, উপাসনা কৰি পূজা কৰা হয় তেন্তে সেই জীৱৰ কল্যাণ হয়। সেয়ে পৃথিৱীত মা-দেৱীৰ পূজাৰ আশীৰ্বাদ সদায় লাগিব আৰু আমিও পালন কৰিব লাগিব।

সামান্য জ্ঞানৰ পৰিসৰে এই লিখাত যদি ভুল-ভ্ৰান্তি হয় তেন্তে ক্ষমা কৰিব। ▣

"ঐং হ্লীং ক্লীং চামুণ্ডায় বিচ্ছে।"

।। জয় মা দুৰ্গা।।

"বৰ্তমানৰ সত্ৰৰ নামঘৰৰ ঠাইতে মাজুলীৰ আঁহতগুৰিৰ পৰা কেইজনমান ভকত-বৈষ্ণৱ আহি সত্ৰভাগ প্ৰতিষ্ঠা কৰি বসতি কৰিছিল আৰু নামঘৰ পৰিচালনা কৰিবৰ পূজাৰী আছিল; এতিয়াও আছে। অঞ্চলটোত তেওঁলোকৰ সতি-সন্ততি ব্যাপ্তি ঘটাৰ লগতে নগাঁৱৰ পৰাও কিছু লোক আহি বৰ্তমানৰ চামগুৰিৰ বাসিন্দা হৈ আছে।"

# কলঙৰ বুকুৰে 'পিনিচ' জাহাজ লৈ আউনীআটি সত্ৰাধিকাৰ অহা চামগুৰি

**বিবেকানন্দ শইকীয়া**
সাংবাদিক, দৈনিক অগ্ৰদূত

ভূগোলৰ সূত্ৰ অনুযায়ী লুইতৰ আৰিকাটি মুখৰ পৰা ওলাই কাজলীমুখত পুনৰ লুইতত বিলীন হোৱা নগঞা লোক মন-প্ৰাণ সজীৱ কৰি ৰখা এসময়ৰ চঞ্চলা, চপলা, প্ৰাণোচ্ছল কলংসুঁতিৰ পাৰৰ চামগুৰি। ডাকঘৰৰ অথবা চৰকাৰী ঠিকনাত চামগুৰি গাঁও বুলি থাকিলেও প্ৰকৃততে চামগুৰি বুলি কোনো ৰাজহ গাঁও নাই। বাৰেবৰণীয়া কৃষ্টি-সংস্কৃতিৰে সমৃদ্ধীশালী বিভিন্ন জনগোষ্ঠীৰ বসতিস্থলক সামৰি লৈ হৈছে চামগুৰি; কিন্তু চামগুৰি বুলি ক'লে সাধাৰণতে অতীজৰে পৰা আউনীআটি খুঁটাৰকাণ সত্ৰৰ অতীতৰ গ্ৰহচুক, নসাম চুক, কুঁৱাপাৰ চুক, মুচিপট্টি, মেতুৰপট্টি, লালঘাট, মাজৰআটি আদিক সামৰি চামগুৰি তিনিআলিকে চামগুৰি বুলি কয়। তাহানিৰ পৰা চামগুৰিৰ লোকসকল কৃষি আৰু ব্যৱসায়ৰ লগত জড়িত হৈ আছে। চামগুৰি নামটোৰ উৎপত্তি সম্বন্ধে চামগুৰিৰ শিল্পী পেঞ্চনাৰ প্ৰয়াত হেম বৰুৱাই লিখি থৈ গৈছে চামগুৰি বিলৰ পাৰত বহুতো চাম গছ আছিল। তাৰ পৰাই চামগুৰি নামটোৰ উৎপত্তি হয়। অশ্বখুৰা আকৃতিৰ কৰতি মাছৰ বাবে বিখ্যাত এই বিলখনক 'মাইহাং' গোষ্ঠীয়ে পক্ষীতীৰ্থ নাম দিয়ে। পৰৱৰ্তী সময়ত প্ৰদূষণৰ বাবে এতিয়া বিলখনলৈ শীতকালীন পৰিব্ৰাজক পক্ষী নহা হ'ল। নগাঁও জিলাৰ ৩৭ নম্বৰ ঘাইপথৰ দুয়োপাৰে অৱস্থিত এই গাঁওখন বৰ্তমান ব্যৱসায়িক কেন্দ্ৰস্থলীলৈ পৰিণত হৈ পূৰ্বৰ গাঁৱৰ স্বকীয়তা হেৰুৱাই পেলালে। ফাকুৱাত দেচুৱালী সম্প্ৰদায়ৰ লোকে ডাফলী বজাই হ'লী গীত গোৱা, চাহজনগোষ্ঠীৰ লোকে লাঠী লৈ গীত গাই মানুহৰ ঘৰে ঘৰে

আনন্দ কৰা, বিশ্বকৰ্মা পূজাত এ.এচ.ই.বি. কলনীত চিনেমা চাবলৈ যোৱা, বৰষুণ ন'হলে ভেকুলী বিয়া পতা, বাজিয়াগাঁৱৰ মুছলিম সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীয়ে হাতত থাল-বাতি লৈ চামগুৰিৰ অসমীয়া মানুহৰ ঘৰে ঘৰে নিশা ''আল্লা মেঘ দেওঁ, পানী দেওঁ, ছায়া দেওঁৰে তুই আল্লা মেঘ দেওঁ ...'' বুলি গীত গাই বৰষুণ মতা আদি মুহূৰ্তবোৰ দেখিবলৈ নোহোৱা হ'ল বুলি চামগুৰিৰ অতীত ৰোমন্থন কৰি বহু লোকে কয়। বিশ্বাসযোগ্য প্ৰাপ্ত তথ্যমতে, ১৯৪৮ শকত ইংৰাজী ১৮১৯ চনত সেইসময়ৰ আউনীআটি সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীকুশদেৱ প্ৰভুৱে চামগুৰিত আউনীআটি সত্ৰ স্থাপন কৰে। এই সত্ৰৰ স'তে কাষৰীয়া কুৰুৱাবাহী আৰু কুৰুৱাবাহী বড়ো গাঁৱক সামৰি লয়। মাজুলীৰ পৰা নজন ভকত আহি সত্ৰৰ যাৱতীয় কাম-কাজ পৰিচালনা কৰে। সত্ৰৰ কীৰ্ত্তন ঘৰৰ খুঁটাৰ কাণ এটি কাটি এটি চাৰি চলীয়া ঘৰেৰেই প্ৰথমে শাখা সত্ৰৰ কাম আৰম্ভ কৰা হয় বাবে সত্ৰৰ নাম 'খুঁটাৰকাণ সত্ৰ' ৰখা হয়। আজিও এই নামেৰে সত্ৰখনিক আউনীআটী খুঁটাৰকাণ শাখা সত্ৰৰূপে পৰিচিত। এই সম্পৰ্কে চামগুৰিৰ বৰ্তমান নগাঁও চহৰৰ বাসিন্দা অৱসৰপ্ৰাপ্ত খণ্ড উন্নয়ন বিষয়া প্ৰদীপ প্ৰসাদ শইকীয়াই কয়— ''বৰ্তমানৰ সত্ৰৰ নামঘৰৰ ঠাইতে মাজুলীৰ আঁহতগুৰিৰ পৰা কেইজনমান ভকত-বৈষ্ণৱ আহি সত্ৰভাগ প্ৰতিষ্ঠা কৰি বসতি কৰিছিল আৰু নামঘৰ পৰিচালনা কৰিবৰ পূজাৰী আছিল; এতিয়াও আছে। অঞ্চলটোত তেওঁলোকৰ সতি-সন্ততি ব্যাপ্তি ঘটাৰ লগতে নগাঁৱৰ পৰাও কিছু লোক আহি বৰ্তমানৰ চামগুৰিৰ বাসিন্দা হৈ আছে।'' আনহাতে, চামগুৰিৰ শিল্পী পেঞ্চনাৰ প্ৰয়াত হেম বৰুৱাই তেওঁৰ আত্মজীৱনীত লিখিছে— "তাহানি যান-বাহন নথকাত কলঙত নাৱৰেই মানুহ অহা-যোৱা কৰিছিল। তাহানি জাহাজো চলিছিল। এবাৰ সত্ৰাধিকাৰ প্ৰভুৱে তেওঁৰ 'পিনিচ' নামৰ সৰু জাহাজখনি লৈ সত্ৰৰ বুজ ল'বলৈ আহি কলঙৰ ঘাটতে ৰৈছিল।"

চামগুৰি সাধাৰণতে কৃষি প্ৰধান অঞ্চল। আজিৰ পৰা পোন্ধৰ বছৰমান আগলৈকে প্ৰাথমিক বিদ্যালয়ত চিঞৰি চিঞৰি পঢ়া 'শুৱনি আমাৰ গাঁওখন অতি শুৱনি গছেৰে ভৰা, ডাল ভৰি ভৰি ফল-মূল লাগে ক'ত পাওঁ তলসৰা...' কবিতাটো চামগুৰিত প্ৰযোজ্য হৈছিল। চামগুৰিৰ লোকসকলে ফল-মূল, শাক-পাচলি, ধান-মাহ খেতি কৰি নিজেও খাইছিল আৰু চামগুৰিৰ বজাৰত বিক্ৰী কৰি লাভান্বিত হৈছিল; কিন্তু বৰ্তমান মলুৱা বান্দৰৰ উৎপাতত তাহানিৰ শস্য শ্যামলী চামগুৰিৰ পথাৰ চন পৰি থকা হ'ল। এসময়ৰ ভৰা কলঙৰ কাষত থকা চামগুৰিৰ আমোল পৰিৱৰ্তন হ'ল কলঙত পানী নোহোৱা হ'ল, ব'হাগ বিহুত জাক জাক গৰুক কলঙত গা ধুওৱা দৃশ্য দেখিবলৈ নাইকিয়া হ'ল, হেৰাই গ'ল ৰাসত আবেলিৰ পৰা কঠ পাৰি ৰাসলীলা চাবলৈ স্থান আৱদ্ধ কৰি থোৱা পৰিৱেশ, ফাকুৱাত এমাহ আগৰ পৰা দেচুৱালী সম্প্ৰদায়ৰ লোকে নিশা হ'লেই ঢোলকী, ডাফলি বজাই ফুৰ্তি কৰা পৰিৱেশ এতিয়া দেখিবলৈ নোহোৱা হ'ল। চামগুৰি তিনিআলিত গেলামালৰ দোকান দিয়া, গৰু গাড়ীৰ চকা বনোৱা, চুলি-দাড়ি কটা নাপিত কেইজনো নাইকিয়া হ'ল। এই সকলোবিলাক আতীতৰ সাক্ষী

হৈ আছিল কেৱল চামগুৰিৰ তিনিআলিৰ মাজমজিয়াতে থকা শতিকা প্ৰাচীন তাল গছজোপা। এই সম্পৰ্কে চামগুৰিৰ অতীত ৰোমন্থন কৰি চামগুৰিৰ লালঘাট বিলপাৰৰ বাসিন্দা বিৰেণ দাসৰ লগত যোগাযোগ কৰাত তেখেতে কৈছিল চামগুৰিত প্ৰথম অৱস্থাত কেইঘৰমান লোক আছিল। যি কেইঘৰ আছিল তেওঁলোক প্ৰায়েই একে পৰিয়ালৰ। বৰ্তমান চামগুৰিত বহু কলঙৰ বুকুৰে 'পিনিচ' জাহাজ লৈ আউনীআটি সত্ৰাধিকাৰ অহা চামগুৰি বাহিৰৰ লোক আহি বসতি কৰিবলৈ ধৰিলে। পূৰ্বৰ চামগুৰি বৰ্তমান হৈ থকা নাই। অতীজত চামগুৰিৰ ৰাস পাতিবলৈ হ'লে হজ কৰে। আগদিনা আবেলি নাদুকা কাকাইদেউয়ে চিঞৰি চিঞৰি গাঁৱত কৈ যায় হজ কৰাৰ কথা সেই অনুযায়ী সকলো মিলি বৰতি কাটি ৰভা দি, তলত ত্ৰিপাল পাৰি আৰু ৰভাৰ কাষত তামোল গছ ফালি চাঙ বনাই মানুহ বহিবলৈ সুবিধা কৰি দিছিল। আবেলি হ'লেই গাঁৱৰ ল'ৰা-ছোৱালীয়ে কঠ, ঢাৰি পাৰি ৰাস চাবলৈ স্থান সংৰক্ষণ কৰি থৈছিল। লিলি বাইদেউ আৰু যোগ দাসে হাতত বাঁহৰ এচাৰি লৈ নামঘৰত গাঁৱৰ-ছোৱালীক ৰাস শিকাইছিল। ইয়াৰ পূৰ্বে চামগুৰিত ল'ৰা ৰাস হৈছিল। ল'ৰা ৰাসত মৰাপাটৰ চুলি বনাই গোপীৰ শাৰীৰ প্ৰথম গৰাকী আছিল বৰ্তমান জীয়াই থকা চামগুৰি তিনিআলিৰ ফুল দাসৰ স্বামী প্ৰয়াত ৰজনী দাস। তেওঁ এজন খুলীয়াও আছিল। ৰাস বুলি ক'লে ধন্তি বলিয়া। গায়ন-বায়নৰ জোৰাৰ লগত তাল সি বজাবই। চেনী ৰাজখোৱাই নাট চাই আৰু বায়ন আছিল প্ৰয়াত মিঠাৰাম শইকীয়া, মিতেশ্বৰ দাস আৰু খৰ্গেশ্বৰ শইকীয়া।

ক্ৰীড়া, সাহিত্য, কলা-সংস্কৃতি, স্বাধীনতা সংগ্ৰাম, অসম আন্দোলন সকলোতে অংশগ্ৰহণ কৰিছিল চামগুৰিৰ লোকসকলে। ব্ৰিটিছৰ দিনৰ চামগুৰিৰ গড়কাপ্তানী বিভাগৰ শতবৰ্ষীয় পৰিদৰ্শন ভৱনটোতে ভাৰত স্বাধীন হোৱাৰ পাছত প্ৰথমখন পতাকা উত্তোলন কৰিছিল চামগুৰিৰ নিবাসী তাম্ৰ পত্ৰধাৰী স্বাধীনতা সংগ্ৰামী প্ৰয়াত শান্তিৰাম দাসে। ইয়ং স্পাৰ্টিং ক্লাৱ, চামগুৰি ক্ৰীড়া সন্থাৰ দৰে অনুষ্ঠানৰ পৰা ৰাজ্যিক পৰ্যায়ৰ ফুটবল, ভলীবল খেলুৱৈ ক্ৰমে প্ৰয়াত লক্ষী দাস, ৰাজজ্যোতি বৰাৰ দৰে খেলুৱৈ ওলাইছিল। সাহিত্য-কলা-সংস্কৃতিৰ বিষয়ে উল্লেখ কৰি চামগুৰিৰ বৰ্তমান নগাঁও নগৰৰ বাসিন্দা অৱসৰপ্ৰাপ্ত খণ্ড উন্নয়ন বিষয়া প্ৰদীপ প্ৰসাদ শইকীয়াৰ লগত যোগাযোগ কৰাত তেখেতে কৈছিল— ''চামগুৰিত নগাঁও নেহেৰুবালিৰ সমান্তৰালকৈ ভোগালী বিহু পতা হৈছিল। ভোগালী বিহু পতা হৈছিল চামগুৰিৰ ভোগাই বৰাৰ পথাৰত। পৰৱৰ্তী সময়ত বানপানীৰ বাবে চামগুৰি হাইস্কুল খেল পথাৰত অনুষ্ঠিত কৰা ব'হাগ বিহু উদ্‌যাপন কৰা হয় মাঘ বিহু উদ্‌যাপন কৰা বৰদৈচিলা পথাৰত।'' চামগুৰি এখন ক্ষুদ্ৰ ভাৰতৰ সংস্কৰণ বুলি উল্লেখ কৰি তেওঁ পুনৰ কয়— "এই চামগুৰিৰ লোকে উদাৰ মনোভাৱ লৈ নিজৰ মাটি দি হৰিজন, মুচি, ধুবী আদি লোকক থাকিবলৈ সুবিধা দিছিল। ৰছিদ জামানৰ দৰে লোকে সত্যনাৰায়ণ পূজাৰ প্ৰসাদ খাইছিল। দেচুৱালী, বড়ো, কছাৰী, চাহ জনগোষ্ঠী, ৰাভা, বেংগলী, মাৰোৱাৰী, মুছলিম সম্প্ৰদায়ৰ লোকে মিলা-প্ৰীতিৰে বসবাস কৰি আছিল আৰু কৰি

আছে। ক্ৰীড়াৰ ক্ষেত্ৰটো চামগুৰিৰ সুনাম আছে। লালঘাটৰ দেৱকান্ত বৰুৱা ষ্টেডিয়ামত খেল অনুষ্ঠিত হৈছিল। পৰীক্ষা দি উত্তীৰ্ণ হোৱা কে'বাজনো ৰেফাৰী চামগুৰিৰে আছিল।'' চামগুৰিৰ শিক্ষা, ক্ৰীড়া, নাটক আদিৰ কথা উল্লেখ কৰি তেওঁ কয়— ''লালঘাটৰ দেৱকান্ত বৰুৱা ষ্টেডিয়ামত ইয়ং স্প'ৰ্টিং ক্লাৱে অনুষ্ঠিত কৰি জিলাৰ 'বি' ডিভিজন ফুটবল খেলৰ সমপৰ্যায়ৰ কিৰণ বৰুৱা মেম'ৰিয়েল শ্বিল্ড নুৰুল আমিন চাহাবে আহি নিজে বিতৰণ কৰিছিল। তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাই দুয়োপক্ষৰ খেলুৱৈক বুট জোতা দিছিল।" মঞ্চৰূপা, মিলন নাট্য সমাজ আদি অনুষ্ঠানসমূহে পিয়লি ফুকন, টেক্সি ড্ৰাইভাৰ আদিৰ দৰে নাট মঞ্চস্থ কৰিছিল। বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত হোৱা সূৰ্য বৰা একাংক নাট প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি চামগুৰিলৈ শ্ৰেষ্ঠ পৰিচালক, অভিনেতাৰ বঁটা কঢ়িয়াই আনিছিল। বৰ্তমান চামগুৰিৰ যিটো ৰাজহুৱা পুথিভঁৰাল আছে সেইটো প্ৰথমে কুমলীয়া লাইব্ৰেৰী বুলি আছিল। পিছলৈ পুথিভঁৰালটো চামগুৰি ৰাজহুৱা পুথিভঁৰাল নামাকৰণ হয় বুলি উল্লেখ কৰি তেওঁ পুনৰ কয়— ''চামগুৰিত শিক্ষিত আৰু বৌদ্ধিক শ্ৰেণীটোৰ লগত অশিক্ষিতসকলৰ এটা অহি-নকুল সম্পৰ্ক দেখা যায় যাৰ বাবে আগৰ চামগুৰিৰ গৌৰৱ এতিয়া শেষ হ'ল" বুলি খেদ প্ৰকাশ কৰে। ১৯৪২ চনৰ পৰা ১৯৭০ চনলৈকে এই সময়চোৱাক চামগুৰিৰ সংস্কৃতিৰ স্বৰ্ণযুগ বুলি ক'ব পাৰি। কলা, সংস্কৃতি, ক্ৰীড়াৰ সমন্বয় ঘটিছিল। সাংস্কৃতিক বিকাশ কেন্দ্ৰ, মিলন নাট্য সমাজ, চম্পাৱতী নাট্য সমাজ, যুৱ মঞ্চ আদিয়ে চামগুৰিৰ স্বকীয় বৈশিষ্ট্য ধৰি ৰাখিছিল। বৰ্তমান মিৰদান নাট্য গোষ্ঠী, চামগুৰি ক্ৰীড়া সন্থাই এই ধাৰা অব্যাহত ৰাখিছে। 'সৃষ্টি' নামৰ সামাজিক আৰু সাংস্কৃতিক সংগঠনে সংস্কৃতিৰ ক্ষেত্ৰত চামগুৰিক এঢাপ আগবঢ়াবলৈ ধৰোতে কেতবোৰ মানুহে প্ৰদীপ প্ৰসাদ শইকীয়াই কোৱাৰ দৰে শিক্ষিত আৰু বৌদ্ধিক শ্ৰেণীটোৰ লগত অশিক্ষিতসকলৰ এটা অহি-নকুল সম্পৰ্কৰ বাবে আৰু কুৰুচিপূৰ্ণ বদনাম উলিওৱাৰ বাবে তেওঁলোকো আগবাঢ়ি নহা হ'ল। তদুপৰি মানুহৰ মনবোৰ আগৰ সৰলতাৰ পৰিৱৰ্তে ব্যৱসায়িক মনোভাৱৰ হ'ল। পূৰ্বৰ গাঁৱৰ পৰিৱেশ হেৰুৱাই বিলাসী ৰেষ্টুৰেণ্ট, টুৰিষ্ট ল'জ, থানা, চাৰ্কোল অফিচ, পিড ব্লিউ ডি কাৰ্যালয়, বন বিভাগৰ কাৰ্যালয়, ষ্টেডিয়াম, কলেজ, ইংৰাজী মাধ্যমৰ কে'বাখনো বিদ্যালয়, সমাজ কল্যাণ বিভাগৰ কাৰ্যালয়, শিক্ষা বিভাগ, খণ্ড উন্নয়ন বিষয়াৰ কাৰ্যালয়, বেংক, পোষ্ট অফিচ, চৰকাৰী-বেচৰকাৰী কাৰ্যালয়, দোকান-পোহাৰ বৃদ্ধিৰে চামগুৰি বৰ্তমান চহৰাঞ্চললৈ পৰিৱৰ্তন হ'ল। চামগুৰিৰ পৰিৱৰ্তনৰ সাক্ষী হৈ আছিল চামগুৰিৰ মাজমজিয়াত থকা শতিকা প্ৰাচীন তাল গছজোপা। যিজোপা বৃক্ষ হৈ পৰিছিল অচিনাকি লোকৰ বাবে ঠিকনা। কোনোবা অচিনাকি মানুহ আহিলে ৰ'বলৈ কোৱা হৈছিল তাল গছজোপাৰ তলতে; কিন্তু উন্নয়নৰ বাবে চিৰদিনলৈ নাইকিয়া হৈ গ'ল চামগুৰিৰ ঘটনা-পৰিঘটনাৰ সাক্ষী সেই তাল গছজোপা। ইয়াৰ লগতে ফোনত ক'বলৈ নোহোৱা হ'ল— ''হেল্ল'... আপুনি চামগুৰি তিনিআলিৰ বাছ ষ্টেণ্ডৰ তাল গছজোপাৰ ওচৰতে থাকিব। তাতে লগ পাম।" ▣

কোচ ৰজাসকলৰ সময়ত দেৱী পূজাই প্ৰাধান্য লাভ কৰে। কোচ ৰজা ধৰ্মনাৰায়ণে দুৰ্গা আৰু মনসা পূজাৰ প্ৰতিষ্ঠা কৰে। মহাৰাজ নৰনাৰায়ণে কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰোৱা কথাটো সৰ্বজনবিদিত। বলদেৱ সূৰ্য দৈৱজ্ঞৰ 'শিৱ-বংশাৱলী' আৰু 'দৰং ৰাজবংশাৱলী'ত নৰনাৰায়ণ আৰু তেওঁৰ ভাতৃ চিলাৰায়ে বিভিন্ন মন্দিৰ নিৰ্মাণ কৰি দেৱী পূজা কৰাৰ কথা উল্লেখ আছে।

# অসমত দুৰ্গাপূজা ঃ ইতিহাস আৰু বিৱৰ্তন

**নৰজ্যোতি বৰা**
চামগুৰি গ্ৰাণ্ট, বিলপাৰ

অসমত দুৰ্গতিনাশিনী দুৰ্গা দেৱীৰ পূজা শৰৎ আৰু বসন্ত উভয় ঋতুতে পালন কৰা হয় যদিও সাম্প্ৰতিক সময়ত শাৰদীয় দুৰ্গাপূজাই এক সাৰ্বজনীন উৎসৱৰ ৰূপ পৰিগ্ৰহণ কৰিছে। অতীজৰে পৰা অসমত দেৱী পূজা চলি আহিছিল। অতীজৰ দেৱী পূজাই বৰ্তমানৰ এই জাকজমকীয়া দুৰ্গোৎসৱৰ ৰূপ কেনেকৈ ল'লে তাক জানিবলৈ হ'লে কামাখ্যা, উগ্ৰতাৰা, তাম্ৰেশ্বৰী, বুঢ়ীগোসাঁনী তথা শিৱসাগৰৰ ৰাজকীয় পূজাৰ ইতিহাস জুকিয়াই চাব লাগিব।

প্ৰাচীন কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ হিচাপে বিখ্যাত। 'মহানিৰ্বান তন্ত্ৰ'ত উল্লিখিত তান্ত্ৰিক সাধনাৰ চাৰিখন প্ৰধান পীঠৰ ভিতৰত কামৰূপ অন্যতম এখন। 'যোগিনী তন্ত্ৰ'টো শক্তি সাধনাৰ পীঠ হিচাপে কামৰূপৰ নাম উল্লেখ আছে।

'কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎ সমং চ
অন্যত্ৰ বিৰলাদেৱী কামৰূপে জপঃস্মৃত।।'

কালিকা পুৰাণৰ মতে কামৰূপত শক্তিপূজাৰ প্ৰৱৰ্তন কৰিছিল নৰকাসুৰে। পৌৰাণিক আখ্যানমতে শোণিতপুৰৰ ৰজা বাণৰ জীয়ৰী ঊষা দেৱীয়ে ভৈৰৱী বা দুৰ্গা দেৱীক উপাসনা কৰিছিল। প্ৰাচীন কামৰূপৰ নিবন্ধকাৰ শ্ৰীধৰ ভট্ট, দামোদৰ মিশ্ৰ, নিলম্বাচাৰ্য আদিৰ গ্ৰন্থতো নৱপত্ৰিকাত দেৱীৰ পূজা কৰাৰ উল্লেখ পোৱা যায়। ধৰ্মপালৰ সময়ত অসমলৈ ৰংগনাথ চক্ৰৱৰ্তীয়ে চণ্ডীপুথি ৰচনা কৰিছিল। মধুসূদন মিশ্ৰই মাৰ্কণ্ডেয় চণ্ডী অসমীয়ালৈ অনুবাদ কৰে। হিউৱেন চাঙৰ ভ্ৰমণ টোকাতো সপ্তম শতিকাৰ অসমত বিভিন্ন দেৱী পূজা কৰাৰ কথা উল্লেখ আছে। দশম-একাদশ শতিকাত ৰচিত 'কালিকা পুৰাণ' আৰু ষোড়শ শতিকাত ৰচিত 'যোগিনী তন্ত্ৰ'ত দুৰ্গা দেৱীৰ পূজাৰ বিষয়ে বিশদ বিৱৰণ দিয়া আছে। গতিকে এই উদাহৰণসমূহলৈ লক্ষ্য কৰিলেই অনুমান কৰিব পাৰি যে অসমত অতীজৰে পৰা অসমত দুৰ্গা দেৱীৰ পূজা চলি আহিছিল।

অতীজৰে পৰাই অসমৰ শক্তিপীঠসমূহত

দেৱী পূজাৰ এক পৰম্পৰা আছে। কামাখ্যা দেৱালয়ৰ শক্তি পূজা অতি প্ৰাচীন। গুৱাহাটীৰ কামাখ্যা দেৱালয়ৰ উপৰিও কামৰূপ জিলাৰ ক্ষেত্ৰী আৰু নগাঁও জিলাৰ শিলঘাটতো কামাখ্যা পীঠ আছে। উগ্ৰতাৰা মন্দিৰতো অতীজৰে পৰা শক্তিপূজাৰ প্ৰচলন আছে। শক্তিপূজাৰ বাবে অতি বিখ্যাত আছিল শদিয়াৰ তাম্ৰেশ্বৰী বা কেঁচাইখাতী মন্দিৰ। এই মন্দিৰত এসময়ত নৰবলি দিয়াৰ প্ৰথা আছিল। অসমৰ অন্যান্য শক্তিপীঠসমূহতো নৰবলি দিয়াৰ তথ্য পোৱা যায়। পিছলৈ স্বৰ্গদেউ গৌৰীনাথ সিংহৰ তৎপৰতাত অসমত নৰবলিৰ প্ৰথা বিলোপ হয়।

প্ৰাচীন কামৰূপৰ পাল বংশৰ ৰাজত্বত শিৱৰ লগতে দেৱী মূৰ্তিৰো পূজা কৰা হৈছিল। পাল বংশৰ ৰজা ধৰ্মপালৰ দিনৰ পৰাই কামাখ্যা আৰু দেৱী আৰাধনাই ব্যাপকতা লাভ কৰে। বনমাল আৰু ইন্দ্ৰপালৰ দিনত কামেশ্বৰ মহাগৌৰী আৰু মহাগৌৰী কামেশ্বৰ নামৰ মন্দিৰ থকাৰো প্ৰমাণ পোৱা যায়।

কোচ ৰজাসকলৰ সময়ত দেৱী পূজাই প্ৰাধান্য লাভ কৰে। কোচ ৰজা ধৰ্মনাৰায়ণে দুৰ্গা আৰু মনসা পূজাৰ প্ৰতিষ্ঠা কৰে। মহাৰাজ নৰনাৰায়ণে কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰোৱা কথাটো সৰ্বজনবিদিত। বলদেৱ সূৰ্য দৈৱজ্ঞৰ 'শিৱ-বংশাৱলী' আৰু 'দৰং ৰাজবংশাৱলী'ত নৰনাৰায়ণ আৰু তেওঁৰ ভাতৃ চিলাৰায়ে বিভিন্ন মন্দিৰ নিৰ্মাণ কৰি দেৱী পূজা কৰাৰ কথা উল্লেখ আছে। কোচ ৰজা বিজয়নাৰায়ণ, লক্ষ্মীনৰায়ণৰ আদিৰ আজ্ঞানুসাৰে ৰমানন্দ দ্বিজ, শ্যাম কলাই, পুৰুষোত্তম ভট্টাচাৰ্য আদিয়ে দেৱী পূজাৰ 'মালচী' গীত ৰচনা কৰিছিল। এই গীতসমূহত দুৰ্গা দেৱীৰ বিৱৰণ, উৎপত্তি, অসুৰৰ লগত যুদ্ধ আদিৰ বিষয়ে বিশদভাৱে বৰ্ণনা কৰা আছে। দৰঙী ৰজা খোদনাৰায়ণে দশভুজা দুৰ্গাৰ প্ৰশস্তিমূলক গীত ৰচনা কৰিছিল। এইদৰেই কোচ ৰাজবংশী ৰজাসকলৰ দিনত দুৰ্গা পূজাই অসমত এক বিশেষ স্থান লাভ কৰে।

কছাৰী ৰজাসকলেও বুঢ়ী গোসাঁনীৰ পূজা কৰাৰ উল্লেখ পোৱা যায়। মঙ্গলদৈত অৱস্থিত মূৰা দেৱালয়ত কোনো কোনো কছাৰী ৰজাই গীত-নৃত্য আদিৰ মাধ্যমেৰে মহা সমাৰোহেৰে দেৱী পূজা কৰিছিল।

একাদশ শতিকাৰ আৰম্ভণিতে ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ পাৰে দিকাৰাই নদী আৰু দক্ষিণ পাৰে দিচাং নদীৰ মাজৰ এই বিশাল অঞ্চলত গঠন হৈছিল চুতীয়া সাম্ৰাজ্যৰ। চুতীয়া সাম্ৰাজ্যৰ দেউৰীসকল আছিল শক্তিৰ সেৱক আৰু দেৱীৰ পৰম ভক্ত। সেইসময়ত দেউৰীসকলে দুৰ্গা পূজাত নৰবলি দিছিল বুলিও কোৱা হয়।

আহোম ৰাজত্বৰ সময়ত দুৰ্গা পূজাই ৰাজ পৃষ্ঠপোষকতা লাভ কৰে। আহোম স্বৰ্গদেউ প্ৰতাপ সিংহই মৰঙীয়াল খনিকৰৰ হতুৱাই মাটিৰে দশভুজা দেৱী মূৰ্তি নিৰ্মাণ কৰি শিৱসাগৰৰ ভটিয়াপাৰত পোনপ্ৰথমবাৰৰ বাবে দুৰ্গা পূজা উৎসৱ হিচাপে পালন কৰে। এটা কথা মন কৰিবলগীয়া যে প্ৰতাপ সিংহৰ উদ্যোগতে দুৰ্গোৎসৱৰ আৰম্ভণি হ'লেও প্ৰতাপ সিংহই কিন্তু হিন্দু ধৰ্ম গ্ৰহণ কৰা নাছিল। তেখেতৰ নাতিয়েক জয়ধ্বজ সিংহই বৈষ্ণৱ আদৰ্শত দীক্ষিত হয়। জয়ধ্বজ সিংহৰ দিনৰ পৰা চুলিকফা পৰ্যন্ত আটাইকেইজন স্বৰ্গদউ একোখন সত্ৰৰ লগত জড়িত আছিল। স্বৰ্গদউ গদাধৰ সিংহ হিন্দু ধৰ্মৰ অনুগমী নহ'লেও তেওঁ ৰাজধানীৰ দেৱীঘৰত আড়ম্বৰেৰে দুৰ্গা পূজা পাতিবলৈ অনুমতি দিছিল।

গদাধৰ সিংহৰ পুত্ৰ ৰুদ্ৰসিংহই বংগদেশৰ পৰ্বতীয়া গোসাঁই কৃষ্ণৰাম ভট্টাচাৰ্যক আনি দেশত স্থাপন কৰাৰ পাছৰে পৰা দুৰ্গা পূজাৰ প্ৰাধান্য বাঢ়ে। ৰুদ্ৰসিংহই জয়সাগৰ পুখুৰীৰ পাৰত থকা দেৱীঘৰ পকীকৈ নিৰ্মাণ কৰে। ৰংপুৰত ৰাজধানী থকালৈকে এই দেৱীঘৰতে দুৰ্গাপূজা অনুষ্ঠিত হৈছিল। স্বৰ্গদেউ শিৱসিংহৰ দিনত দুৰ্গাপূজাই ৰাজ পৃষ্ঠপোষকতা লাভ কৰি অধিক জাকজমকতা পূৰ্ণ হৈ পৰে। স্বৰ্গদেউ শিৱসিংহৰ দিনত পৰ্বতীয়া গোসাঁই কৃষ্ণৰাম ভট্টাচাৰ্যৰ বিধানমতে ৰজাঘৰত দুৰ্গোৎসৱ, চণ্ডীপাঠ, বলি বিধান চলিবলৈ আৰম্ভ কৰে। কৃষ্ণৰাম ভট্টাচাৰ্যই 'দুৰ্গাবচন মঞ্জৰী' নামেৰে দুৰ্গাপূজাৰ বিধি ৰচনা কৰে। কৃষ্ণৰাম ভট্টাচাৰ্যৰ ভায়েক কালীচৰণ ভট্টাচাৰ্যই 'দুৰ্গোৎসৱ পূজাবিধি' নামেৰে আন এখন বিধি ৰচনা কৰে। শিৱসিংহৰ বৰৰাণী ফুলেশ্বৰীৰ উদ্যোগত গৌৰীসাগৰত পোনপ্ৰথম দেৱীৰ মন্দিৰ নিৰ্মিত হয়। তাৰ পাছতেই শিৱসিংহৰ দ্বিতীয়া ৰাণী অম্বিকাই শিৱসাগৰত আনটো দেৱীদ'ল নিৰ্মাণ কৰে। এনেদৰেই অতীজৰে পৰা অসমত চলি অহা পীঠ, মন্দিৰকেন্দ্ৰিক দুৰ্গা পূজাই ৰাজ পৃষ্ঠপোষকতা লাভ কৰি উৎসৱৰ ৰূপ লয়।

আহোমৰ দিনৰ দুৰ্গা পূজাই বৰ্তমানৰ দিনৰ জাকজমকীয়া দুৰ্গোৎসৱৰ ৰূপ পায় ব্ৰিটিছৰ আমোলত। ব্ৰিটিছৰ দিনত চৰকাৰী কাৰ্যালয়সমূহত কাম-কাজ কৰিবৰ বাবে বেংগল পৰা বহুতো বঙালী বিষয়া আৰু কেৰাণীৰ অসমলৈ আগমন হয়। এই বঙালী বিষয়া আৰু কেৰাণীসকলে নগৰ অঞ্চলসমূহত শাৰদীয় দুৰ্গোৎসৱৰ আয়োজন কৰে। অসমীয়া ৰাইজেও বঙালী লোকসকলৰ উদ্যোগত আৰম্ভ হোৱা এই আধুনিক দুৰ্গা পূজা উৎসৱক আঁকোৱালি লয়। কালক্ৰমত নগৰ অঞ্চলসমূহৰ পৰা এই শাৰদীয় দুৰ্গা পূজা গাঁৱে-ভূঞে, চুকে-কোণে বিয়পি পৰে। ▣

অসমীয়া সাহিত্যত জোনাকী যুগৰ আৰম্ভণিতেই ৰমন্যাসবাদৰ প্ৰৱেশ ঘটিছিল। সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিলে গম পোৱা যায় যে ৰোমান্টিক যুগৰ কবিতাসমূহত শৰৎ আৰু আহিনৰ উপস্থাপন তেনেই নিঃকিন। ৰোমান্টিক কবিতাসমূহ মূলতে প্ৰকৃতি বন্দনা আৰু আধ্যাত্মিক আছিল যদিও সেই যুগৰ কাব্য সাহিত্যত শৰৎ আৰু আহিনৰ স্থান সীমিত।

# অসমীয়া কবিতাত শৰৎ/আহিন ঃ ৰমন্যাস কালৰ পৰা বৰ্তমানলৈ

**তুহিনকন্যা বৰা**
কটন বিশ্ববিদ্যালয়, গুৱাহাটী

কবিৰ মনৰ আউল লগা ভাবনাবোৰ কেৱল পাহাৰৰ পৰা নদীলৈকে সীমাৱদ্ধ নহয়। অগ্নিবীণাৰ টান, সূৰ্য নামি অহা নদীৰ পৰা সুগন্ধি পখিলা অথবা ৰঙা জিঞ্জাঁলৈকে কবিকুলে বিভিন্ন চিন্তাৰ সূতাৰে এখন মখমল দলিচা বৈচে। কিন্তু প্ৰতিজন কবিৰ সৃষ্টিৰ অন্তৰালত এক বিশেষ সামঞ্জস্য আছে। সেই সামঞ্জস্যই প্ৰকৃতিৰ বিভিন্ন উপাদানক সাঙুৰি লয়। সেই মৰ্মে প্ৰকৃতিৰ এক অনবদ্য অংগ হিচাপে শৰৎ অথবা আহিনে কবিৰ কল্পজগতত স্থান পোৱাতো স্বাভাৱিক। উল্লেখ আৰু বৰ্ণনাৰ ফালৰ পৰা চাবলৈ গ'লে শৰৎ আৰু আহিনৰ বৰ্ণিল সৌন্দৰ্য অসমীয়া সাহিত্যত বিস্তাৰিতভাৱে বাখ্যা কৰা হোৱা নাই তথাপি ইয়াক বাৰুকৈ উপলব্ধি কৰি যিসকল কবিয়ে কবিতাত শৰৎ আৰু আহিনৰ লেণ্ডস্কেইপ আঁকিচে তাৰেই গভীৰলৈ যোৱাৰ প্ৰয়াস কৰিছোঁ।

নব্য ধ্ৰুপদীবাদৰ কালচোৱাত কংক্ৰীত জীৱন প্ৰণালীয়ে গ্ৰাস কৰিব ধাৰা সাহিত্যচৰ্চা, যন্ত্ৰৰ দৰে হৈ পৰা মানুহৰ মনবোৰ প্ৰকৃতিৰ ওচৰলৈ পুনৰ ঘূৰাই নিবলৈ এচাম শিল্পী-সাহিত্যিকে ঘোষণা কৰিছিল ৰোমান্টিক বিপ্লৱ অৰ্থাৎ ৰমন্যাসবাদ। অসমীয়া সাহিত্যত জোনাকী যুগৰ আৰম্ভণিতেই ৰমন্যাসবাদৰ প্ৰৱেশ ঘটিছিল। সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিলে গম পোৱা যায় যে ৰোমান্টিক যুগৰ কবিতাসমূহত শৰৎ আৰু আহিনৰ উপস্থাপন তেনেই নিঃকিন। ৰোমান্টিক কবিতাসমূহ মূলতে প্ৰকৃতি বন্দনা আৰু আধ্যাত্মিক আছিল যদিও সেই যুগৰ কাব্য সাহিত্যত শৰৎ আৰু আহিনৰ স্থান সীমিত। দুই-এক কবিতাত শৰতৰ উল্লেখ ঘটিছে যদিও তাৰ উদ্দেশ্য শৰতৰ চাৰিত্ৰিক বৰ্ণনা নহয় বৰঞ্চ প্ৰেমিকাক প্ৰেম প্ৰকাশ

কৰিবলৈ যাওঁতেহে শৰতৰ শীতল ৰূপৰ সহায় লোৱা হৈছে। সাহিত্যিক সূৰ্যকুমাৰ ভূএগাৰ কবিতা 'আপোন সুৰ'ত তেওঁ শৰতৰ সহায় লৈ লিখিছে—

"বসন্তৰ সন্ধিয়াত পুষ্পিতা ধৰণী
বননিত কলকণ্ঠে বিহঙ্গ ধ্বনি,
শেৱালিৰ গন্ধে ভৰা শৰত পুৱাত
ফাগুনৰ জ্যোতিহীন পুৰতি নিশাত
হিয়াত উঠিল বাজি শতমুখী তান,
আনন্দ- বিষাদ গঁথা মিলনৰ গান।"

ভূএগাদেৱৰ এই কবিতাত শৰতে মূল চৰিত্ৰৰ স্থান দখল কৰা নাই বৰঞ্চ কবিৰ মনৰ ভাৱনাখিনি বিৱৰি কোৱাত হে সাহাৰ্য আগবঢ়াইছে। কবিতাটোত কবিয়ে বসন্ত আৰু ফাগুনৰ দৰেই শৰতক তেনেই সাধাৰণ আৰু সামূহিকভাৱে উপস্থাপন কৰিছে। একেদৰেই সাধাৰণ ঋতুৰ শাৰীত ৰাখি শৰতৰ প্ৰায় একেই উপস্থাপন ঘটিছে ৰমন্যাস কালৰ শেষৰ চোৱাৰ কবি শশীকান্ত গগৈৰ কবিতা 'চকুৰ আঁৰৰ সখি'ত।

উক্ত কবিতাতকৈ শৰতক এক পৰ্যায় ওপৰত ৰাখি দেৱকান্ত বৰুৱাই তেখেতৰ কবিতা 'অপ্ৰকাশ'ত নিজৰ অপ্ৰকাশিত প্ৰেমৰ বেদনা আৰু ৰোমন্থিত স্মৃতি প্ৰকাশ কৰি লিখিছে—

"তোমাক উদ্দেশি লিখা মোৰ কবিতাত
কান্দে অনুৰাগ আদি মানৱৰ!
সন্ধিয়া কোমল কৰা শেৱালিৰ মৃদু বাস,
মনোৰম হাঁহি গোলাপৰ,
মাৰ গই আছে তাতে কত শৰতৰ স্মৃতি, লুপ্ত
শোভা কত বসন্তৰ!"

পূৰ্বৰ দৰেই এই কবিতাটোত শৰৎ মূল বিষয়বস্তু নহয় যদিও কবিয়ে শতক অতি সৰলকৃত কৰি পেলোৱা নাই। কবিতাটোত শেৱালিৰ চাৰিত্ৰিক বিৱৰণ আৰু শৰতৰ লগত জড়িত স্মৃতিৰ ৰোমন্থনৰ দ্বাৰা শৰতক ৰমন্যাসবাদী আদৰ্শৰে তুলি ধৰা হৈছে।

শেষ ৰমন্যাস স্তৰৰ অসমীয়া সাহিত্যত শৰতৰ একক চৰিত্ৰ আৰু মহত্বৰ উল্লেখ আৰু বৰ্ণনা ঘটিছে কবি ধৰ্মেশ্বৰী দেৱীৰ কবিতা 'আবাহন'ত। কবি ধৰ্মেশ্বৰী দেৱীয়ে তেওঁৰ কবিতাটোত শৰত-কালৰ শাৰদী জেউতি হিচাপে শৰৎ ঋতুত বন্দিত দুৰ্গা দেৱীক বাখ্যা কৰিছে। এই কথা সমিচিন যে শৰৎ ঋতুতেই ধৰাত দেৱী দুৰ্গাক বাহুল্যভাবে পূজা-অৰ্চনা কৰি উৎসৱ উদ্‌যাপন কৰা হয় বাবেই কবিয়ে দেৱীক শাৰদী জেউতি বুলি উল্লেখ কৰিছে। কবিতাটোৰ মূল উদ্দেশ্য দেৱী বন্দনা যদিও শৰতৰ ধুনীয়া ছবি এখন কবিতাটোত দাঙি ধৰা হৈছে—

"শৰত-কালৰ শাৰদী জেউতি
আহা নৱ সাজে সাজি;
তোমাৰ হাতৰ উদগণি-বীণা
উঠক হিয়াত বাজি...
...পুৱাৰ শেৱালী যতনেৰে তুলি
অতি আলফুলকৈ
আনিছোঁ তাকেই তৱ চৰণত
অঞ্জলি দিবলৈ।
সনা আছে তাত প্ৰভাতৰ প্ৰীতি,
হিমৰ কণিকা-ফেৰী—
নৱ শৰতৰ প্ৰথম-পুৱাতে
আনিছোঁ শৰাই ভৰি..."

ইয়াৰ পাছত যুদ্ধোত্তৰ কালৰ সাহিত্যিক মহেশ্বৰ নেওগৰ কবিতা 'সুমথিৰাটিৰ গোন্ধ উঠিছেনে'ত শৰং আগমনিৰ এক সুন্দৰ বৰ্ণনা দাঙি ধৰা হৈছে। কবিতাটোত কবিয়ে শৰতক শাৰদী আই বুলি উল্লেখ কৰি শৰতৰ চৰিত্ৰক নাৰীত্বৰ

ৰূপ প্ৰদান কৰিছে। শাৰদী ‘আই’ শব্দটোৱে শৰৎ ঋতুৰ প্ৰতি কবিৰ অনুভৱক পৰিষ্কাৰ কৰি তুলিছে। গাভৰু ব’হাগী অথবা বাউলী ফাগুনৰ বিপৰীতে শৰতৰ ‘ৰূপক’ শাৰদী নাৰীগৰাকী কবিৰ আইৰ দৰে, সাদৰি আৰু কবিৰ যথেষ্ট সমাদৰৰ গৰাকী। কবিয়ে লিখিছে এইদৰে—

“শুনা হেৰা শুনা চিকুণ পুৱাৰ
বতৰা পালানে নাই,
নতুন নিয়ৰে মলচা বাটেদি
আহিছে শাৰদী আই ?
বগলীৰ পাখি শুকুলা শৰীৰ
ৰঙাকৈ বুকৰ কড়ি,
তেনে শেৱালিয়ে দলিচা পাৰি দি
আনিছে আঁচল ধৰি ...

পাশ্চাত্য দৰ্শন আৰু শিল্প-সাহিত্যিক বিপ্লৱবোৰ প্ৰায় শেষ স্তৰতহে বিশ্বজুৰি উজাই আহি অসম পাইছিলহি, ৰমন্যাসবাদো তাৰ ব্যতিক্ৰম নহয়। প্ৰকৃতাৰ্থত যুদ্ধোত্তৰ কালৰ আৰম্ভণিৰ পৰাহে অসমত আধুনিক চিন্তা আৰু সাহিত্যৰ চৰ্চাই পাতনি মেলিছিল। সাহিত্যত আধুনিকতা ঘটাৰ লগে লগে বিশ্ব যুদ্ধৰ পিছত আৰম্ভ হোৱা সাহিত্যিক মতবাদবোৰ অসমতো প্ৰৱেশ কৰিবলৈ ধৰিলে। ৰোমান্টিক যুগৰ সমান্তৰালভাৱেই আৰম্ভ হোৱা নন্দনতাত্বিক দৰ্শন, অতিলৈকিকতাবাদ, হাইকু কবিতা, প্ৰতীকধৰ্মী শিল্প-সাহিত্য আদিয়ে অসমীয়া কবিতাত স্থান পালে। কুৰি শতিকাৰ কবিসকলে কেৱল প্ৰকৃতি বন্দনা আৰু প্ৰেমৰ সৰল প্ৰকাশতে আৱদ্ধ নাথাকি প্ৰকৃতি আৰু অন্তৰৰ ভাৱ-আৱেগবোৰৰ সন্ধি ঘটাই কবিতা লিখিবলৈ ধৰিলে। যুদ্ধোত্তৰ কালৰ কবি নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতা ‘এমুঠি কবিতা’ৰ দ্বিতীয় স্তৱকত তেওঁ আহিনৰ লগত দেউতাকৰ স্মৃতি সংলগ্ন কৰি লিখিছে—

“আহিনৰ পথাৰৰ গোন্ধ
কেনেবাকে নাকত আহি লাগিলে
মই হেৰা পাওঁ মোৰ দেউতাক...”

উক্ত পংক্তিৰ দ্বাৰা বুজা যায় যে কবিৰ দেউতাক এজন খেতিয়ক। আহিনৰ পথাৰত গাভৰু হোৱা সেউজীয়া ধানৰ গোন্ধটো তেওঁৰ বাবে আপোন ৰমন্যাসবাদী কবিতাৰ দৰে ইয়াত ব্যক্তিবিশেষক প্ৰাধান্য দি আহিনক সাধাৰণকৃত কৰা হোৱা নাই বৰঞ্চ কবিয়ে আহিন আৰু দেউতাকক উলৰ দুডাল সূতাৰ দৰে একলগে গুঠি পেলাইছে। উল্লেখ্য যে ৰমন্যাসবাদী অসমীয়া সাহিত্যিত আহিনক কাহানিও বহল স্থান দিয়া হোৱা নাছিল, তাৰ বিপৰীতে যুদ্ধোত্তৰ কালৰ পৰা কবিকূলে আহিনৰ শ্যামলি আভাখিনি গাঢ়ভাৱে বুকুত সামৰি লৈছে। নিৰ্মলপ্ৰভা বৰদলৈয়ে পুনৰ তেওঁৰ ‘ঋতু’ শীৰ্ষক কবিতাৰ ‘আহিন’ স্তৱকত লিখিছে—

“...আহিন কি যে যাদুকৰী!
সেউজী এখনি নৈ
তাৰে ওপৰত
বৰ আলফুলে
কুঁৱলীৰ ৰঙৰ
আনখনি থাকে বৈ।

শৰতৰ ৰুণজুন গোন্ধ
পাৰ হয় ভগা সাঁকোৰেদি
দূৰে দূৰে
বুকুত ছাঁ পৰে কৰুণ কোমল
যেন সপোনতে।”

অসমীয়া কাব্য সাহিত্যত আহিনক লৈ লিখা আটাইতকৈ বিখ্যাত শাৰীকেইটা—

"...তুমি আহিলে
আহো বোলা আহিন আগেয়ে আছে..."

হীৰেন ভট্টাচাৰ্যৰ 'তুমি যদি আহিলাহেঁতেন' শীৰ্ষক কবিতাটোত সনিৱিষ্ট হৈ আছে। ইয়াৰ আগলৈকে হয়তো আহিনক ইমান দকৈ কোনেও বাখ্যা কৰা নাছিল অথবা আহিনৰ কেঁচা গোন্ধ পাঠকৰ মাজত সিঁচৰতি কৰিবলৈ কবি হীৰেন ভট্টাচাৰ্যৰেই সিমানখিনি সামৰ্থ আছিল। আহিনক লৈ লিখা তেখেতৰ আন এটা বিখ্যাত কবিতা হৈছে 'আহিনৰ লেণ্ডস্কেপ',

১
"শেষ হৈ গ'ল
লুব্ধ আকাশৰ হিংস্র উৎসৱ।
উখল-মাখল পথাৰত
এতিয়া বলিছে সেউজীয়া ধল।
২
তামস আকাশখনৰ
স্তব্ধতা ভাঙে কোমল কঁহুৱা ফুলে।
কবিতাৰো বতৰ আছে
আহিনৰ আকাশে কাণে কাণে ক'লে।"

হীৰেন ভট্টাচাৰ্যই এই কবিতাটোত কবিতা লিখিবৰ বাবে উপযুক্ত বতৰ হিচাপে উল্লেখ কৰি আহিন মাহ আৰু শৰৎ ঋতুক সৰ্বোচ্চ আসনত ৰাখিছে। সুগন্ধি পখিলাৰ কবিয়ে পুনৰ তেখেতৰ কবিতা 'এদিন শৰৎ'ত শৰতক ব্যক্তিবিশেষ আৰু শাৰদীয় স্মৃতিৰে সম্ভ্ৰান্ত কৰি তুলিছে এইদৰে—

"সুখী শেৱালিৰ উৰণীয়া গোন্ধ, তোমাৰ অমল শৰীৰৰ
শৰৎময় সোণোৱালী ছাঁ, ফটফটীয়া বিলৰ পানীৰ সুশীতল শব্দ
মোৰ গাৰ কাষেৰে গুচি যায় নিৰ্বিঘ্নে..."

ব'হাগৰো সেউজীয়া আছে, কিন্তু আহিনৰ সেউজীয়াত কবিকূলে প্ৰায় স্মৃতিগধুৰ ধূসৰ প্ৰলেপ সানিছে। প্ৰায় কবিতাতে আহিনৰ বৰ্তি থকা ৰূপতকৈ এসময়ত আহিনত পাৰ কৰি অহা দুৰ্লভ মুহূৰ্তৰ ৰোমন্থন ঘটিছে। তেনে এক কবিতা হৈছে নীলমণি ফুকনৰ 'আহিন', য'ত ফুটি উঠিছে কবি আৰু শাৰদীয় আহিনৰ অন্তৰংগ সম্পৰ্ক—

"শেৱালি ফুলৰ গোন্ধে গোন্ধে গৈ আছিলোঁ।
গোন্ধে গোন্ধে উটি আহিছিল
হৃদয়ৰ উত্তাপত বাষ্প হৈ উৰি যোৱা গেৰ ধৰা শস্যৰ ৰস।
যদিও মোৰ আঙুলিৰ আঙঠিৰ ভুটীয়া বাখৰত
নৃশংস হ'ল নিজৰে মুখৰ ছবি,
পূজাৰ বেলুনত যদিও বন্ধ হ'ল আহিনৰ হাৰা
এলাবাষ্টৰত সেয়া আমাৰ ৰাতি।"

কুৰি শতিকাৰ কবিতাত ধূসৰিত স্মৃতি হৈ পৰা আহিন আৰু শৰতৰ গ্ৰাম্য বৰণ একবিংশ শতিকাৰ কাব্য-সাহিত্যত একেবাৰে চহৰীয়া হৈ পৰিছে। বৰ্তমান যুগত চহৰৰ স্বাভাৱিক হুলস্থুলীয়া বতৰত ক'ৰবাত কবিকূল প্ৰকৃতিৰ উৎসসমূহৰ পৰা আঁতৰি আহিছে। সময়ৰ তৎপৰতাত প্ৰাচীন হৈ পৰা শৰতক সুন্দৰকৈ উপস্থাপন কৰা হৈছে একবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ প্ৰভাৱশালী কবি নীলিম কুমাৰৰ 'গ্লোবেল ৱাৰ্মিং আঁতৰি যাওক লাজত' শীৰ্ষক কবিতাটোত। কবিৰ প্ৰিয় নাৰীগৰাকীৰ লগত শৰতৰ ৰাণী শাৰদীক তুলনা কৰি কবিয়ে লিখিছে—

"... প্ৰিয় নাৰী শাৰদী
কত দিন তোমাৰ চুলিত
মেঘৰ ছাঁ পৰা নাই

কত দিন তোমাৰ দুহাতত
বৰষুণৰ চেঁচা লগা নাই
কত দিন কত দিন শাৰদী
কুঁৱলীৰ আঁৰত মুখ লুকুওৱা নাই তুমি?
আমি তোমাক মিছ কৰিছো শৰৎ কন্যা
আমি মিছ কৰিছো নিয়ৰবোৰক
মিছ কৰিছো কুঁৱলীৰ সৰোবৰ আৰু
কেৰেচিয়াকৈ নমা
বৰষুণৰ চেঁচাবোৰক!..”

আধুনিক যুগৰ অসমীয়া কবিতাত প্ৰতীকধৰ্মী আদৰ্শৰ প্ৰভাৱ যুদ্ধোত্তৰ কালতেই পৰিছিল যদিও বৰ্তমান সময়ত তাৰ প্ৰচাৰ আৰু প্ৰসাৰ বৃদ্ধি পাবলৈ ধৰিছে। তেনে এক প্ৰতীকধৰ্মী কবিতা হৈছে নৱ প্ৰজন্মৰ উদীয়মান কবি ইন্দ্ৰনীল গায়নৰ কবিতা ‘খেয়াল’—

“...ক’ৰবাত কুঁৱলীবোৰ নামে
ৰাতিৰ শেষত ওভতি অহা
নে
ওভতি নহা
চেৰেজাৰ সুৰে গধুৰ কৰা স্মৃতিৰ বাট
মোৰ হাতত
শেঁতা শেৱালীৰ সুবাস”

ইয়াত কবিৰ উদাসীনতা আৰু ৰাতিৰ শিলুৰা ছবিখন শৰতৰ স্নিগ্ধ ৰাতি এটাত কবিৰ উপস্থিতি আৰু অনুভৱৰ প্ৰতীক। কুঁৱলীৰ চোলা পিন্ধা স্মৃতিৰ দৰে শেঁতা শেৱালীৰ সুবাস এটা কবিৰ হাতত ৰৈ গৈছে, সেই সুবাসটোৱেই শৰৎ।

ৰমন্যাসবাদী দৰ্শনৰ কালচোৱাত যিদৰে সৰলকৃত ভাষা আৰু বসন্তৰ বিস্তৃত প্ৰভাৱ থকা সাহিত্যৰাজিত আহিন বা শৰতৰ দৰে ঈষত অনুভূতিৰ উপস্থাপন বিচৰা কঠিন, ঠিক একেদৰেই নব্য আধুনিক সাহিত্যত ব্যক্তিকেন্দ্ৰিক আৰু ৰাজনৈতিক বিষয়, বিশ্লেষণৰ মাজত আহিনৰ চিনাকি পথাৰখন বিচাৰি পোৱাতো দুৰ্লভ। চহৰলৈ ৰূপান্তৰিত হোৱা গাঁৱৰ দাঁতিকাষৰীয়া এলেকা আৰু পকী হৈ পৰা পথবোৰত চলি থকা গাড়ীৰ চকাই উৰুৱা ধূলিত পথাৰ আৰু গাঁও হেৰাইছে। চহৰত থকা মানুহে মাহৰ হিচাপ নাৰাখিলে শাওন আৰু আহিনক চিনিব নোৱাৰে। পথাৰ আৰু গাঁৱৰ লগতে কবিয়ে হেৰুৱাইছে শৰতৰ দৰে ঋতু আৰু আহিনৰ দৰে মাহ পলে পলে। ▣

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১) সঞ্চায়ন ঃ সম্পাদক, মহেশ্বৰ নেওগ
২) এহেজাৰ বছৰৰ অসমীয়া কবিতা ঃ সম্পাদক, ড° কৰবী ডেকা হাজৰিকা
৩) এশ বছৰৰ অসমীয়া কবিতা
৪) নীলমণি ফুকনৰ সম্পূৰ্ণ কবিতা
৫) হীৰেন ভট্টাচাৰ্যৰ কবিতা ঃ প্ৰথমৰ পৰা আটাইবোৰ (১৯৫৭-২০১২)

শৰৎ ঋতুৰ আগমনে প্ৰকৃতিলৈ কঢ়িয়াই আনে শান্ত-সমাহিত মোহনীয় সৌন্দৰ্য। কবি-সাহিত্যিকৰ কলমত শৰতৰ অপূৰ্ব সৌন্দৰ্য প্ৰাণ পাই উঠিছে। শৰতক লৈ সৃষ্টি হৈছে বিভিন্ন কবিতা, গীত আৰু গদ্য।

# ড° ভূপেন হাজৰিকাৰ গীতত শৰৎ

**মীনাক্ষী বৰপাত্ৰগোহাঁই**
যোৰহাট

শৰৎ মানেই নিৰ্মল আকাশ, তলসৰা শেৱালিৰ সুবাস আৰু শুভ্ৰ কঁহুৱাৰ নাচোন। শৰৎ ঋতুৰ আগমনে প্ৰকৃতিলৈ কঢ়িয়াই আনে শান্ত-সমাহিত মোহনীয় সৌন্দৰ্য। কবি-সাহিত্যিকৰ কলমত শৰতৰ অপূৰ্ব সৌন্দৰ্য প্ৰাণ পাই উঠিছে। শৰতক লৈ সৃষ্টি হৈছে বিভিন্ন কবিতা, গীত আৰু গদ্য।

কালজয়ী শিল্পী ড° ভূপেন হাজৰিকাৰ গীততো শৰতৰ সুন্দৰ চিত্ৰ বৰ্ণিত হৈছে। তেওঁৰ গীতত শৰতৰ মোহনীয় ৰূপ অনন্য ৰূপত ধৰা দিছে। শৰৎ, শেৱালি, শুকুলা ডাৱৰ আৰু নিয়ৰৰ এখন সুন্দৰ চিত্ৰকল্প তেওঁৰ গীতত প্ৰতিফলিত হৈছে এনেদৰে—

শৰতৰ শেৱালিৰ নতুন নিয়ৰে
শুভ্ৰ শুভ্ৰ কিবা ছবি আঁকে,
শুকুলা ডাৱৰৰ পতাকা উৰুৱাই
মুকুতিৰ গীত গায় শৰালি জাকে
..............................................
শৰতৰ সৰাপাত কিয় বুটলিম
ৰিক্ত ৰিক্ত মন কিয় আদৰিম
..........................................

গীতটোৰ মাজেদি প্ৰবল আশাবাদ প্ৰতিফলিত হৈছে। বিচাৰিব জানিলে ক্ষুদ্ৰতাতে বিশালতা বিচাৰি পোৱা যায় বুলি গীতটিৰ মাজেৰে ব্যক্ত কৰিছে।

ড° হাজৰিকাই শৰৎ কালক এক ঋতু হিচাপে নহয় নিজৰ প্ৰেয়সী হিচাপে কল্পনা কৰি তেওঁৰ আন এটি গীতত মনৰ আৱেগ প্ৰকাশ কৰিছিল এনেদৰে—

“শাৰদীৰাণী তোমাৰ হেনো নাম
তুমি মোৰ নিচেই আপোন
সদ্যস্নাতা ৰূপহী মোৰ
পুৱতি নিশাৰ সপোন।
শুভ্ৰনীলা ওৰণিখনি
কুঁৱলী-সূতাৰে বোৱা
পাতল ৰিহাখনি

থৰলগা বিলখনি
তোমাৰ শুৱনি দাপোণ

তেওঁ শৰতক শাৰদী ৰাণী বুলি সম্বোধন কৰি ৰূপহী গাভৰুৰ লগত তুলনা কৰিছে। লগতে কুঁৱলীক পাতল সূঁতাৰে বোৱা এখন ৰিহা বুলি কল্পনা কৰিছে।

ড° ভূপেন হাজৰিকাই 'শৰতৰ গীত' নামেৰে সৃষ্টি কৰা আন এটি গীতত শৰতৰ এক মনোমোহা চিত্ৰকল্প প্ৰতিফলিত হৈছে এনেদৰে—

"তোমাৰ উশাহ কঁহুৱা কোমল
শেৱালি কোমল হাঁহি
হাঁহিয়ে হৃদয়
হৰিলে শুনাই
এটি কিবা মিঠা বাঁহী
শাৰদীয়া চেনেহীৰে
কঁকাল ইমান লাহী
..............................
শেৱালিৰে বিছনাতে
আমি দুয়ো শুলোঁ
শুই শুই মেঘৰ আঁৰৰ
শৰালি গণিলোঁ
..............................

গীতটোত বৰ্ণিত শব্দৰ লালিত্যই শ্ৰোতাৰ মনত এক অনন্য ৰমণীয় অনুভৱ জগাই তোলে। শ্ৰোতাৰ চকুত ভাঁহি উঠে গছৰ পাতত সৰি পৰা নিয়ৰৰ টোপাল, তলভৰা শেৱালিৰ ওপৰত শুই শুই আকাশত উৰি ফুৰা শৰালি হাঁহ চাই বিভোৰ হোৱা এহাল নৰ-নাৰী আৰু হঠাতে মেঘৰ পৰা এহাল হাঁহ নামি আহিনৰ নাৰীহালক আদৰণি জনোৱা এক সুন্দৰ দৃশ্য।

শৰতৰ নিৰ্মেঘ আকাশ, শেৱালিৰ মৃদু সুবাস আৰু ফুলি থকা কঁহুৱাবোৰ দেখি অজানিতে মানুহৰ মনত মিঠা অনুৰাগৰ বা এচাটিয়ে কোবাই যায়। সেই মিঠা অনুৰাগৰ অনুভৱ ড° ভূপেন হাজৰিকাই তেওঁৰ এটি গীতত প্ৰকাশ কৰিছে এনেদৰে—

"এটুকুৰা আলসুৱা মেঘ ভাঁহি যায়
মোৰো বনহংসই বাট হেৰুৱায়
মই আছোঁ শাৰদীয় খিৰিকীমুখত
বুকুৰে বিচৰাজনলৈ বাট চাই
বিজুলী চাকিৰ সৌ তাঁৰবোৰতে
নিয়ৰে ওলমি কিবা কথা পাতে
বিশেষ বিন্দুত আঁকা এখনি মুখে
এমুঠি অনুৰাগ দিছে ছটিয়ায়
..........................................
চঞ্চল মেঘে যেন তাকে কঢ়িয়াই"

মহাকবি কালিদাসে 'মেঘদূত' কাব্যত শৰতৰ আকাশত দেখা দিয়া মেঘক প্ৰেম-পত্ৰ কঢ়িয়াই নিয়া দূতৰূপে বৰ্ণনা কৰাৰ দৰে ড° ভূপেন হাজৰিকাইও এই গীতটিত মেঘক প্ৰেমৰ বাৰ্তাবাহক দূত বুলি কল্পনা কৰিছে। কংক্ৰিটৰ মহানগৰীত কঁহুৱা ফুল, শৰতৰ জোনাক দেখা নাযায় তাৰ বিপৰীতে মহানগৰীত বিজুলী চাকিহে দেখা পোৱা যায়। সেই বিজুলীৰ তাঁৰবোৰতে নিয়ৰবোৰ ওলমি থাকি কথা পাতে বুলি গীতিকাৰে কল্পনা কৰিছে।

এইদৰে ড° ভূপেন হাজৰিকাই শৰতৰ মনোৰম চিত্ৰ এখন তেওঁৰ কেইবাটাও গীতত সুন্দৰকৈ অংকন কৰিছে। তেওঁৰ গীতত শৰতৰ ৰূপ-লাৱণ্য বাংময় হৈ ধৰা দিছে। ▣

শৰতে উন্মনা কৰি তোলে মন-গহনৰ সীমনা। কুঁৱলীৰ আৱৰণ ফালি প্ৰখৰ ৰ'দৰ উত্তাপক দূৰ কৰি ৰিব্ ৰিব্ কোমল শীতল বতাহজাকে দেহ-মন জুৰ কৰি পেলায়। ডাৱৰবিহীন আকাশত কেৱল নীলা আৰু নীলা। নদীৰ দুয়োকাষে ফুলি উঠা কঁহুৱাবোৰে শৰতৰ আগমনত নাচি উঠে। শৰৎ মানেই ভাগৰুৱা জীৱনটো নতুনকৈ জী উঠাৰ হেঁপাহ।

# বিনন্দীয়া শৰৎ

**অৰিহণা শইকীয়া**
চামগুৰি মহাবিদ্যালয়

বছৰৰ ছয় ঋতুৰ ভিতৰত অনন্য ঋতু শৰৎ। শৰৎ বিনন্দীয়া, শৰৎ সৌন্দৰ্যৰ আঁকৰ। শৰতে কঢ়িয়াই আনে শাৰদীয় বতৰা। পৱিত্ৰ ভাদ মাহৰ অন্তত আৰম্ভ হয় আহিন মাহ, আহিন মানেই শৰতৰ আগমন। এই ঋতুত আকাশ হয় নিৰ্মল-স্বচ্ছ, গ্ৰীষ্মৰ প্ৰচণ্ড গৰম আৰু বৰ্ষাৰ মুষলধাৰ বৰষুণৰ অন্ত পৰে। শৰতে উন্মনা কৰি তোলে মন-গহনৰ সীমনা। কুঁৱলীৰ আৱৰণ ফালি প্ৰখৰ ৰ'দৰ উত্তাপক দূৰ কৰি ৰিব্ ৰিব্ কোমল শীতল বতাহজাকে দেহ-মন জুৰ কৰি পেলায়। ডাৱৰবিহীন আকাশত কেৱল নীলা আৰু নীলা। নদীৰ দুয়োকাষে ফুলি উঠা কঁহুৱাবোৰে শৰতৰ আগমনত নাচি উঠে। শৰৎ মানেই ভাগৰুৱা জীৱনটো নতুনকৈ জী উঠাৰ হেঁপাহ। দুখ-বেদনাত জৰ্জৰিত হৈ থকা হৃদয়খনতো শৰতে কঢ়িয়াই আনে সুখৰ বন্যা। শৰৎ মানেই শেৱালি ফুলৰ সুগন্ধ, শৰৎ মানেই কঁহুৱা ফুলৰ বতৰ আৰু শৰৎ মানেই প্ৰকৃতিৰ বিনন্দীয় ৰূপ।

সৌন্দৰ্যৰ প্ৰতীক শৰৎ ঋতু। শৰৎ বুলি ক'লে মনলৈ আহে পদূলিৰ শেৱালিজোপাৰ কথা। শেৱালিক বাদ দি শৰৎ আধৰুৱা। শৰৎ আৰু শেৱালিৰ নিবিড় সম্পৰ্ক যেন অনাদি কালৰ পৰাই চলি আহিছে। শেৱালি ফুলে শৰতৰ আগমনৰ বতৰা দিয়ে। ৰাতিপুৱা কোমল ৰ'দজাকৰ পোহৰত সদ্য প্ৰস্ফুটিত শেৱালি ফুলবোৰ পৰি হাঁহি থকা দেখিলে এক অনাবিল আনন্দ পোৱা যায়। কেতিয়াবা দুখ লাগে ভাবি যেতিয়া ফুলবোৰ ৰাতিৰ ভিতৰতে স্নিগ্ধ সুৱাস বিলাই পুৱা গছৰ পৰা মাটিত সৰি পৰি ৰয়। শেৱালিৰ সুগন্ধই সকলোকে মতলীয়া কৰে। শৰতৰ শীতল অনুভৱত কবিৰ কবিতাতো শেৱালি ফুলে প্ৰাণ পায়—

> "আহিন মহীয়া শেৱালি সৰিলে
> নিয়ৰত তিতিলে বন
> জোনাকত ওপঙিল কিহবাৰ ৰাগি
> কেনেবা কৰিলে মন।" (পাৰ্বতিপ্ৰসাদ বৰুৱা)

নিয়ৰ সনা ৰাতিবোৰত কুঁৱলীৰ আৱৰণ পৰি

শেৱালি ফুলবোৰ আৰু অধিক সৌন্দৰ্যশালী হয়। শেৱালিৰ সুগন্ধত চৌদিশ আমোলমোলাই থাকে। পুৱাৰ কিৰণৰ হেঙুলী আভাই নিয়ৰৰ মুকুতা সৰা দুৰৰিত শেৱালিৰে কথা পাতে এনে এক মনোমোহা পৰিৱেশত প্ৰকৃতিও হৈ পৰে উন্মনা।

শৰতৰ লগত শেৱালিৰ যি নিবিড় সম্পৰ্ক, ঠিক তেনেকৈয়ে শৰতৰ লগত অহিনৰো সম্পৰ্ক যুগমীয়া। শৰত আৰম্ভ হোৱাৰ লগে লগে বিনন্দীয়া প্ৰকৃতি আনন্দত নাচি উঠে। চৌদিশে বিৰাজমান হয় এক উৎসৱ মুখ পৰিৱেশৰ কিয়নো ধৰালৈ আগমন ঘটে দেৱী মা দুৰ্গাৰ। শক্তিৰূপা, দুৰ্গতিনাশিনী মা দুৰ্গা ধৰাৰ বুকুলৈ নামি আহি সকলো ভ্ৰষ্টাচাৰ, অপশক্তি, দুখ-দুৰ্দশা, অপায়-অমঙ্গল নাশ কৰি আমাৰ সমাজত শান্তি প্ৰতিষ্ঠা কৰে। যুগে যুগে দশভুজাৰ ৰূপ লৈ পৃথিৱীৰ কলুষতা দূৰ কৰিবলৈ আৱিৰ্ভাৱ হওক একোজনী মা দুৰ্গাৰ। অসুৰৰূপী মানুহৰ হওক বিনাশ। কথিত আছে অযোধ্যাৰ ৰজা শ্ৰীৰামচন্দ্ৰই সীতাক হৰণ কৰা ৰাক্ষস ৰাৱণক বধ কৰিবৰ বাবেই শৰৎ কালত অকাল বোধনেৰে দেৱী দুৰ্গাক পূজা কৰিছিল আৰু তেতিয়াৰ পৰাই এই শাৰদীয় দুৰ্গাপূজাৰ প্ৰচলন হৈ আহিছে। ইয়াৰ উপৰি এই ঋতুতেই জগতগুৰু শ্ৰীমন্ত শংকৰদেৱৰ জন্মোৎসৱ, দীপান্বিতা, কালিপূজা, কাতি বিহু পালন কৰা হয়। এই ঋতুত প্ৰকৃতিয়ে অনন্য ৰূপ ধাৰণ কৰে। সেউজীয়া ধাননি পথাৰখন অতি সেউজীয়া হৈ সৌন্দৰ্য দুগুণে চৰে, কাতি বিহুত তুলসীৰ তলত চাকি জ্বলোৱা হয়। আকাশ-বন্তি জ্বলাই আলোকিত কৰে, ধাননি পথাৰত চাকি জ্বলাই বিপদ-বিঘিনি দূৰ কৰিবলৈ লখিমীক স্তুতি কৰে। লখিমীক আদৰিবলৈ এই শৰততে লক্ষ্মীপূজাও কৰা হয়। শৰতৰ পূৰ্ণিমা তিথিতেই দৈৱকীনন্দন ভগৱান শ্ৰীকৃষ্ণই যোল্লশ গোপীনীৰ লগত ৰাসলীলা কৰিছিল। শৰতৰ এই কালছোৱাত ভক্তিৰসৰ এক পৱিত্ৰ বতাহে আমাৰ দেহ-মনত ভক্তি ভাৱৰ সঞ্চাৰ কৰে, আমাক একতাৰ এনাজৰীৰে বান্ধ খুৱাই ভাতৃত্ববোধ গঢ়ি তোলাত সহায় কৰে।

'শৰৎ' আশাৰ বতৰা কঢ়িয়াই অনা এটি সুখৰ প্ৰতীক। শৰতৰ মোহনীয়তাই প্ৰতিজনৰ হিয়া-মন জুৰ পেলায়। শৰতৰ সৌন্দৰ্যত কবি, গীতিকাৰ তথা সাহিত্যিকৰ সুললিত বৰ্ণনা আৰু কল্পনাই প্ৰাণ পাই উঠে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও এদিন শৰতৰ ৰূপত আপোন-পাহৰা হৈ গাইছিল—

গগণ নিৰ্মাল স্বচ্ছ ভৈল জল  
দূৰ গৈল মেঘগণ।  
মহা সুখকৰ সুৰভি শীতল  
বহে বায় সৰ্বক্ষণ।।(শৰৎ বৰ্ণনা)

মোহময়ী এই শৰতৰ বৰ্ণনাৰ অন্ত নাই। শৰত সদায় শৰতেই। এই আহে এই যায়। কেৱল মনত দি যায় স্মৃতিৰ একো একোটা মুহূৰ্ত। এই স্মৃতিবোৰ লৈয়ে আমি জীয়াই থাকিব লাগিব, পাৰ কৰিব লাগিব জীৱনৰ প্ৰতিটো দিন। বিনন্দীয়া শৰতৰ নৈসৰ্গিক শোভাত সকলোৰে জীৱন হৈ উঠক আনন্দৰে পৰিপূৰ্ণ আৰু প্ৰতিগৰাকীৰ হৃদয়ে হৃদয়ে সদায় হেঁপাহ হৈ থাকক 'শৰৎ'। ▣

দুৰ্গা শিৱৰ পত্নী সতী আছিল। ভগৱান ৰামে ৰাৱণক হত্যা কৰিবলৈ দেৱীৰ পূজা কৰাৰ সময়ত দুৰ্গা পূজাৰ উৎসৱ আৰম্ভ হৈছিল। আমি এই উৎসৱ পালন কৰোঁ আন্ধাৰ বিনাশী পোহৰৰ সন্ধানত অৰ্থাৎ পোহৰক জয় কৰাৰ বাবে। চণ্ডী পুৰাণ মতে দেৱী দুৰ্গাই মহিষাসুৰ ৰাক্ষসক পৰাজিত কৰিছিল।

# দুৰ্গা পূজাৰ বিষয়ে কিছু কথা

**প্ৰেমলতা বৰা দাস**
চামগুৰি

সৰ্ব মংগল মংগলায়ে শিৱম সবাৰ্থ সাধিকে
শৰণে এম্বকে গৌৰী নাৰায়ণী নমোস্তুতে।।

শাক্ত ধৰ্মী হিন্দুসকলৰ এটি প্ৰধান উৎসৱ হ'ল দুৰ্গা পূজা। দুৰ্গা পূজা হৈছে মাতৃ দেৱীৰ পূজা। এই পূজা প্ৰধানতঃ মহিষাসুৰ ৰাক্ষসৰ ওপৰত দেৱী দুৰ্গাৰ বিজয়। এই উৎসৱটোৱে বিশ্ব-ব্ৰহ্মাণ্ডত নাৰী শক্তিক 'শক্তি' হিচাপে প্ৰতিনিধিত্ব কৰে। ভাৰতবৰ্ষৰ ই এক অন্যতম উৎসৱ। হিন্দুসকলৰ বাবে ই উৎসৱ হোৱাৰ উপৰিও পৰিয়াল তথা বন্ধু-বৰ্গৰ মিলন আৰু সাংস্কৃতিক মূল্যবোধ আৰু ৰীতি-নীতিৰ এক বিশেষ অনুষ্ঠান বুলিব পাৰি।

দুৰ্গা পূজাৰ সময়ত কিছুমান ৰীতি-নীতি পালন কৰা হয়। এই উৎসৱ মহালয়াৰ পৰা আৰম্ভ হয়, য'ত ভক্তসকলে দেৱী দুৰ্গাক পৃথিৱীলৈ আহিবলৈ আমন্ত্ৰণ জনায়। আহিনৰ শুক্লপক্ষৰ ষষ্ঠতম দিনৰ পৰা আৰম্ভ হৈ দশমীলৈকে এই পূজা থাকে। ষষ্ঠীৰ দিনা দেৱী দুৰ্গাৰ মূৰ্ত্তি স্থাপন কৰাৰ পিছত সপ্তমীৰ দিনা নিৰ্দিষ্ট ৰীতি-নীতিৰে মূৰ্ত্তিৰ প্ৰাণ প্ৰতিষ্ঠা কৰা হয়। ইয়াত এজোপা কলগছত (কল্পকইনা) ওচৰৰ নদীত গা ধুৱাবলৈ লৈ যোৱা হয় আৰু শাৰী পিন্ধাই সজ্জিত কৰা হয়। এইজনাক দেৱীৰ পবিত্ৰ শক্তি কঢ়িয়াই নিয়াৰ উপায় হিচাবে ব্যৱহাৰ কৰা হয়।

এই অনুষ্ঠানটি দেশৰ বাহিৰেও বিদেশতো হিন্দুধৰ্মী লোকসকলে যথেষ্ট ভক্তিসহকাৰে উদ্‌যাপন কৰা দেখা যায়। ৰীতি-নীতি আৰু বিশ্বাসৰ ওপৰত আধাৰিত কৰি দুৰ্গা পূজা উদ্‌যাপন কিছু পৃথক পৃথক হোৱা দেখা যায়।

দুৰ্গা শিৱৰ পত্নী সতী আছিল। ভগৱান ৰামে ৰাৱণক হত্যা কৰিবলৈ দেৱীৰ পূজা কৰাৰ সময়ত দুৰ্গা পূজাৰ উৎসৱ আৰম্ভ হৈছিল। আমি এই উৎসৱ পালন কৰোঁ আন্ধাৰ বিনাশী পোহৰৰ সন্ধানত অৰ্থাৎ পোহৰক জয় কৰাৰ বাবে। চণ্ডী

পুৰাণ মতে দেৱী দুৰ্গাই মহিষাসুৰ ৰাক্ষসক পৰাজিত কৰিছিল। ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰে দেৱীক মহিষাসুৰক নিৰ্মূল কৰিবলৈ আমন্ত্ৰণ জনাইছিল। এই যুদ্ধ দহদিন ধৰি চলিছিল। দশম দিনা মা দুৰ্গাই ৰাক্ষস নিধন কৰিছিল বাবে ইয়াক 'দশেৰা' অৰ্থাৎ বিজয় দশমী হিচাপে উদ্‌যাপন কৰা হয়।

দেৱীক সন্তোষ্ট কৰিবলৈ অষ্টমীৰ দিনাৰে পৰা আৰতী কাৰ্যসূচী পালন কৰা হয়। মহাঅষ্টমী, মহানৱমীত আৰতী কাৰ্যসূচীৰে উপাসনা কৰা হয়। উৎসৱৰ দশম দিনটোত মা দুৰ্গা নিজ স্থানলৈ উলটি যায়। দুৰ্গামাক নদীত বিসৰ্জন দিয়া হয়।

দুৰ্গাপূজাৰ তাৎপৰ্য ঃ মানুহে বিশ্বাস কৰে যে দুৰ্গা পূজা উদ্‌যাপনে জীৱনত মানসিক সুখ-শান্তি কঢ়িয়াই আনে। মানুহে নেতিবাচক শক্তিক ধ্বংস কৰিবলৈ মাৰ চৰণত প্ৰাৰ্থনা কৰে। যাতে সকলোৰে মাজত সুখ-শান্তি বিৰাজ কৰক। ই মানুহক জ্ঞান সমৃদ্ধি লাভ কৰাত সহায় কৰে। দুৰ্গা পূজা কেৱল ধৰ্মীয় উৎসৱ নহয়, এই উৎসৱে মানুহৰ মাজলৈ সাংস্কৃতিক আৰু সামাজিক দায়ৱদ্ধতা কঢ়িয়াই অনাত তাৎপৰ্য বহন কৰে। মাৰ শক্তিয়েই মহান শক্তি। ▣

# শাৰদীয় শুভেচ্ছা

ॐ सर्वमंगल मांगल्ये शिवे सर्वार्थ साधिके ।
शरण्ये त्रयम्बके गौरी नारायणी नमोस्तुते ।। *या
देवी सर्वभूतेषु शक्तिरूपेण संस्थिता:।

হিন্দু দেৱী দুৰ্গাৰ আৰাধনাক কেন্দ্ৰ কৰি অনুষ্ঠিত হয় হিন্দু সম্প্ৰদায়ৰ বৃহত্তৰ ধৰ্মীয় আৰু সামাজিক উৎসৱ দুৰ্গোৎসৱ।

মানৱ সভ্যতাৰ জয় জয়কাৰত প্ৰকৃতিয়ে সঘনাই মোৰ সলাব লগা হোৱাত হাঁহাঁকাৰ, তথাপিও আপোনমনে শৰৎ আহে উৎসৱৰ বতৰা লৈ আৰু এই উৎসৱৰ পৱিত্ৰক্ষণত সকলোলৈকে অলেখ শুভকামনাৰে...

**আকাশ বৰকাকতি**
সাধাৰণ সম্পাদক
চামগুৰি আঞ্চলিক ছাত্ৰ সন্থা

শিৱই প্ৰিয় পত্নী সতীৰ বিয়োগত গভীৰভাৱে শোকাগ্ৰস্ত হৈ ভাগি পৰে আৰু ধ্বংসাত্মক তাণ্ডৱ নৃত্য কৰিবলৈ আৰম্ভ কৰে। য'ত তেওঁ বীৰভদ্ৰ আৰু ভদ্ৰাৱলী নামে দুটা হিংস্ৰ প্ৰাণীৰ সৃষ্টি কৰে, যিয়ে সতীৰ বলিদানৰ স্থানত হাঁহাঁকাৰ লগাই দিছিল। তাত উপস্থিত থকা প্ৰায় সকলোকে ৰাতিটোৰ ভিতৰতে কাটি পেলাই দিয়া হৈছিল।

# সতীৰ দেহ ত্যাগ আৰু পৱিত্ৰ ৫১ শক্তিপীঠ

**ময়ূৰী হাজৰিকা**
এম. এ., মাছ-কমিনিকেচন

সতী হৈছে হিন্দুধৰ্মৰ বৈবাহিক সুখ আৰু দীৰ্ঘ দাম্পত্য জীৱনৰ দেৱী। হিন্দু ধৰ্মাৱলম্বী মহিলাসকলে স্বামীৰ দীৰ্ঘয়ু কামনাৰ্থে তেওঁৰ পূজা-অৰ্চনা কৰে। সতী দেৱীক শিৱৰ প্ৰথমা পত্নী বুলি গণ্য কৰা হয়। পাৰ্বতী, যাক সতীৰ পুনৰ জন্ম বুলি কোৱা হয়। সতীক দক্ষয়িনী নামেৰে জনা যায়। যাৰ সম্পূৰ্ণ অৰ্থ হৈছে 'দক্ষৰ কন্যা' বা জীয়াৰী।

সতীৰ বিষয়ে ৰামায়ণ আৰু মহাভাৰতত উল্লেখ থাকিলেও তেওঁৰ বিষয়ে পুৰাণসমূহতহে বিস্তাৰভাৱে উল্লেখ পোৱা যায়। কিংবদন্তীমতে, সতী প্ৰজাপতি দক্ষৰ  প্ৰিয় কন্যা সন্তান আছিল। ব্ৰহ্মাৰ পুত্ৰ দক্ষ বিষ্ণুভক্ত আছিল আৰু তেওঁ শিৱক সমূলি পচন্দ কৰা নাছিল; তৎস্বত্বেও সতীয়ে তেওঁৰ পিতৃ দক্ষৰ ইচ্ছাৰ বিৰুদ্ধে দেৱাদিদেৱ মহাদেৱৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। দক্ষযজ্ঞৰ সময়ত দক্ষই তেওঁৰ কন্যা সতীক অপমান কৰাৰ পিছত, সতীয়ে তেওঁৰ পিতৃৰ বিৰুদ্ধে প্ৰতিবাদ কৰে। আৰু তেওঁৰ স্বামী মহাদেৱৰ সন্মান ৰক্ষাৰ্থে নিজ প্ৰাণ ত্যাগ কৰে। মৃত্যুৰ পিছত তেওঁ হিমালয়ৰ গৃহত পাবৰ্তী নামেৰে জন্মগ্ৰহণ কৰে আৰু কঠোৰ তপস্যা কৰি শিৱক পতিৰূপে বৰণ কৰে। হিন্দু ধৰ্মত সতী আৰু পাৰ্বতী দুয়োগৰাকীয়ে তপস্বী শিৱক বিচ্ছিন্নতাৰ পৰা আঁতৰাই বিশ্বৰ সৃষ্টিশীল দিশলৈ লৈ অনাত বিশেষ ভূমিকা পালন কৰে। সতীৰ এই জনমানসত প্ৰচলিত কাহিনীয়ে হিন্দু ধৰ্মৰ শৈৱধৰ্ম আৰু শাক্তধৰ্ম নামেৰে দুটা বিশিষ্ট সম্প্ৰদায়ৰ পৰম্পৰা গঢ়ি তোলাত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। বিশ্বাস কৰা হয় যে সতীৰ মৃতদেহ

ছিন্নবিচ্ছিন্নকৈ শ্ৰীবিষ্ণুৰ সুদৰ্শন চক্ৰৰে একাৱন্নটা অংশত খণ্ডিত হয় আৰু সেই অংশ যি যি ঠাইত পৰিছে সেই ঠাইত শক্তিপীঠ গঢ়ি উঠিছে।

ইয়াৰোপৰি পৌৰাণিক আন বহুতো গ্ৰন্থৰ মতে দক্ষই এক যজ্ঞ আয়োজন কৰিছিল যাৰ বাবে সতী আৰু শিৱৰ বাহিৰে সকলো দেৱ-দেৱতাক আমন্ত্ৰণ জনোৱা হৈছিল। সতীয়ে পৰিয়ালৰ সদস্য হিচাপে তেওঁলোকক নিমন্ত্ৰণ নকৰাটো অস্বাভাৱিক বুলি ভাবিছিল আৰু তেওঁৰ আত্মীয়সকলক লগ কৰিবলৈ ইচ্ছুক হৈ পৰিছিল। শিৱই তেওঁক বাধা দিবলৈ চেষ্টা কৰিছিল; কিয়নো শিৱই জানিছিল যে, দক্ষই তেওঁক অপমান কৰিব। কিন্তু সতীয়ে শিৱৰ কথাত সন্মত নোহোৱাত শিৱই তেওঁক সেৱকসকলৰ সৈতে যাবলৈ দিয়ে। সতীক তেওঁৰ মাক আৰু তেওঁৰ ভগ্নীসকলে অভ্যৰ্থনা কৰিছিল, কিন্তু দক্ষৰ সতীৰ অনামন্ত্ৰিত আগমনৰ বাবে খং উঠে আৰু সতীক অপমান কৰাৰ লগতে শিৱক উপহাস কৰিবলৈ ধৰে। পিছত দেউতাকৰ সৈতে সকলো সম্পৰ্ক ভাঙিবলৈ আৰু তেওঁৰ স্বামীৰ সন্মান বজাই ৰাখিবলৈ সতীয়ে আত্মজাহ দিয়ে।

শিৱই প্ৰিয় পত্নী সতীৰ বিয়োগত গভীৰভাৱে শোকাগ্ৰস্ত হৈ ভাগি পৰে আৰু ধ্বংসাত্মক তাণ্ডৱ নৃত্য কৰিবলৈ আৰম্ভ কৰে। য'ত তেওঁ বীৰভদ্ৰ আৰু ভদ্ৰাৱলী নামে দুটা হিংস্ৰ প্ৰাণীৰ সৃষ্টি কৰে, যিয়ে সতীৰ বলিদানৰ স্থানত হাঁহাঁকাৰ লগাই দিছিল। তাত উপস্থিত থকা প্ৰায় সকলোকে ৰাতিটোৰ ভিতৰতে কাটি পেলাই দিয়া হৈছিল। সেই নিশাৰ পিছত যিসকলক হত্যা কৰা হৈছিল সিহঁতক শিৱই পুনৰ পুনৰুদ্ধাৰ কৰি জীৱিত কৰি তুলিছিল আৰু তেওঁলোকক তেওঁ আশীৰ্বাদ প্ৰদান কৰিছিল, যাৰ বাবে শিৱক সৰ্বক্ষমাকাৰী বুলি গণ্য কৰা হয়।

বিষ্ণুৰ সুদৰ্শন চক্ৰৰ দ্বাৰা ছিন্ন কৰা সতীৰ দেহ মুঠ ৫১ টা খণ্ডত ভাগ হৈ পৃথিৱীৰ য'ত ত'ত সিঁচৰতি হৈ পৰিছিল। সেই ৫১ পীঠৰ বিস্তাৰিত বৰ্ণনা তলত সংক্ষিপ্তে বৰ্ণনা কৰা হ'ল—

১) হিঙ্গুলা বা হিঙ্গলাজ — পাকিস্তানৰ বন্দৰ চহৰ কৰাছীৰ উত্তৰ-পূব দিশত মৰুভূমিৰ ওপৰেৰে ১২৮ কি,মি, দীৰ্ঘপথ। এই স্থানত দেৱীৰ বক্ষৰন্ধ্ৰ পতিত হয়।

২) শিৱহাৰকাৰায় বা কৰৱিপুৰ — পাকিস্তানৰ কৰাছীৰ সুক্কৰ ষ্টেচনৰ পৰা অলপ দূৰত অৱস্থিত এই স্থানত পতিত হয় সতীৰ নয়ন।

৩) সুগন্ধা — বাংলাদেশৰ বৰিবল চহৰৰ পৰা ৰ্‌ মাইল দূৰত চিকাৰপুৰাত সোন্ধ নদীৰ তীৰত অৱস্থিত। সেই স্থানত পতিত হয় সতীৰ নসিকা।

৪) অমৰনাথ — কাশ্মীৰৰ অমৰনাথ গুহাত এই মন্দিৰ অৱস্থিত। এই স্থানতেই পতিত হয় সতীৰ কণ্ঠ।

৫) জ্বালামুখী — পাঠানকোটৰ জ্বালামুখী ৰোড ষ্টেচনৰ পৰা ১৩ মাইল দূৰত পাহাৰৰ ওপৰত অৰণ্যৰ মাজত ভৈৰৱ মন্দিৰত কোনো মূৰ্ত নাই; যদিও শিলৰ ফাকেৰে দেৱীৰ জ্যোতিৰেখা প্ৰকাশিত হয়। এই স্থানত পতিত হয় সতীৰ জিভা।

৬) জলন্ধৰ — পঞ্জাৱৰ জলন্ধৰ পীঠত আছে কালভৈৰৱৰ মন্দিৰ আৰু মহাবীৰ মন্দিৰ। এই স্থানত পতিত হয় সতীৰ এটা স্তন।

৭) বৈদ্যনাথ — বিহাৰৰ বৈদ্যনাথ ধামত পতিত হয় সতীৰ হৃদয়।

৮) নেপালত পতিত হয় সতীৰ জানুদ্বয়।

৯) মানস — তিব্বতৰ অন্তৰ্গত কৈলাস পৰ্বতৰ পাদদেশত মানস সৰোবৰ। ইয়াত পতিত হয় সতীৰ দক্ষিণ হস্ত।

১০) বিৰজা ক্ষেত্ৰ — পুৰী মন্দিৰৰ ওচৰত এই পীঠস্থান অৱস্থিত। ইয়াত সতীৰ পতিত হয় নাভি।

১১) গণ্ডকী নদী শালগ্ৰাম নামে ঠাইতে প্ৰবাহিত নদী। নদী উৎসমুখৰ কুণ্ডত দেৱীৰ অৱস্থান। ইয়াত পতিত হয় দেৱী সতীৰ গণ্ডদেশ।

১২) বহলা — পশ্চিমবংগৰ বৰ্দ্ধমান জিলাৰ কটোৱাৰ পৰা ৮ কি.মি. দূৰত্বত কেতুগ্ৰামৰ অজয় নদীৰ তীৰত এই পীঠস্থান অৱস্থিত। এই স্থানত পতিত হয় সতীৰ বাম বাহু।

১৩) উজ্জয়িনীৰ বৰ্দ্ধমান জিলাত পতিত হয় সতীৰ কঁকাল।

১৪) চট্টগ্ৰাম — বাংলাদেশৰ চট্টগ্ৰামৰ ভৱানী মন্দিৰৰ সমীপত পতিত হয় সতীৰ দক্ষিণ বাহু।

১৫) ত্ৰিপুৰা জিলাৰ উদয়পুৰ চহৰত পতিত হয় সতীৰ দক্ষিণ পাদ।

১৬) ত্ৰিস্ৰোত — পশ্চিমবংগৰ জলপাইগুড়ি জিলাৰ বোদা অঞ্চলৰ সালবাড়ী গাঁৱৰ ওচৰত এই পীঠ অৱস্থিত। ইয়াত পতিত হয় সতীৰ বাওঁ পাদ।

১৭) কামৰূপ (কামাখ্যা)— অসমৰ গুৱাহাটীৰ নীলাচল পাহাৰত কামাখ্য মন্দিৰ অৱস্থিত। ইয়াত সতীৰ যোনিপীঠ পতিত হয়।

১৮) ক্ষীৰগ্ৰাম — বৰ্দ্ধমান জিলাৰ নিকটত অৱস্থিত ক্ষীৰগ্ৰাম। এই স্থানত পতিত হয় দেৱীৰ সোঁভৰিৰ আঙুলি।

১৯) কালীঘাট — কলিকতাৰ ই এক জাগ্ৰত কালীমন্দিৰ। এই স্থানত সতীৰ সোঁভৰিৰ চাৰিটা আঙুলি পতিত হয়।

২০) প্ৰয়াগ — উত্তৰপ্ৰদেশৰ এই শক্তিপীঠত সতীৰ হাতৰ আঙুলি পতিত হয়।

২১) বাংলাদেশৰ জয়ন্তী নামৰ স্থানত সতীৰ বাওঁভৰি পতিত হয়।

২২) কিৰীটকোনা নামৰ স্থানত সতীৰ কিৰীট নামৰ এবিধ অংগ পতিত হয়।

২৩) উত্তৰপ্ৰদেশৰ বাৰাণসীত সতীৰ কৰ্ণকুণ্ডল পতিত হয়।

২৪) তামিলনাডুৰ কন্যাগ্ৰামত সতীৰ পৃষ্ঠদেশ পতিত হয়।

২৫) হাৰিয়ানাৰ কুৰুক্ষেত্ৰত সতীৰ গোড়ালা পতিত হয়।

২৬) ৰাজস্থানৰ মণিবেদিক নামৰ স্থানত সতীৰ মণিবন্ধ বা কব্জ পতিত হয়।

২৭) বাংলাদেশৰ জৈনপুৰত সতীৰ গ্ৰীবা পতিত হয়।

২৮) কাঞ্চী নামৰ স্থানত সতীৰ কংকাল পতিত হয়।

২৯) মধ্যপ্ৰদেশৰ কালমাধৱ পীঠত সতীৰ দক্ষিণ নিতম্ব পতিত হয়।

৩০) মধ্যপ্ৰদেশৰ সোণ-লৈল নামৰ শক্তিপীঠত সতীৰ বাম নিতম্ব পতিত হয়।

৩১) উত্তৰপ্ৰদেশৰ ৰামগিৰি নামৰ শক্তিপীঠত সতীৰ বাম স্তন পতিত হয়।

৩২) বৃন্দাবনৰ ভূতেশ্বৰ মন্দিৰৰ সমীপত সতীৰ কেশজাল পতিত হয়।

৩৩) কন্যাকুমাৰীত পতিত হয় সতীৰ দাঁত।

৩৪) পঞ্চসাগৰ নামৰ স্থানত সতীৰ অধোদন্ত পতিত হয়।

৩৫) বাংলাদেশৰ বগুড়া জিলাত সতীৰ তল্পপৃষ্ঠ পতিত হয়।

৩৬) কাশ্মীৰৰ শ্ৰীপৰ্বত নামৰ স্থানত সতীৰ দক্ষিণ কৰ্ণ পতিত হয়।

৩৭) পশ্চিমবংগৰ মেদিনীপুৰৰ বিভাস নামৰ শক্তিপীঠত সতীৰ গোড়ালা পতিত হয়।

৩৮) সোমনাথ মন্দিৰত সতীৰ উদৰ পতিত হয়।

৩৯) মধ্যপ্ৰদেশৰ উজ্জয়িনী চহৰৰ সমীপৰ ভৈৰৱ পৰ্বত শক্তিপীঠত দেৱীৰ উৰ্দ্ধওষ্ঠ পতিত হয়।

৪০) মহাৰাষ্ট্ৰৰ নাচিকৰ সীমপত সতীৰ গাল পতিত হয়।

৪১) অন্ধ্ৰপ্ৰদেশৰ গোদাবৰী তট নামৰ শক্তিপীঠত সতীৰ গণ্ড পতিত হয়।

৪২) ৰত্নাৱলী নামৰ অজ্ঞাত স্থানত সতীৰ দক্ষিণ কন্ধ পতিত হয়।

৪৩) নেপালৰ মিথিলা নামৰ শক্তিপীঠত সতীৰ বামস্কন্ধ পতিত হয়।

৪৪) নলহাটি নামৰ স্থানত সতীৰ নলা পতিত হয়।

৪৫) কৰ্ণাটকৰ সম্পূৰ্ণ সঠিক অৱস্থান জনা নাযায় যদিও তাতেই সতীৰ কৰ্ণদ্বয় পতিত হয়।

৪৬) পশ্চিমবংগৰ বক্ৰেশ্বৰ নামৰ শক্তিপীঠত সতীৰ ঘন পতিত হয়।

৪৭) বাংলাদেশৰ অট্টহাস নামৰ শক্তিপীঠত সতীৰ হাত পতিত হয়।

৪৮) বীৰভূম জিলাৰ অট্টহাস নামপ শক্তিপীঠত সতীৰ ওঁঠ পতিত হয়।

৪৯) বীৰভূম জিলাৰ নদীপুৰ নামৰ শক্তিপীঠৰ সমীপত সতীৰ হাৰ পৰিছিল।

৫০) লংকাত পতিত হয় সতীৰ নূপুৰ। দেৱী নন্দিনী, ভৈৰৱ নন্দিকেশৰ।

৫১) বিৰাট — বিৰাট দেশ ৰাজপুতনাৰ জয়পুৰত পতিত হয় সতীৰ উত্তৰ পাদাঙ্গুলী। দেৱী অম্বিকা, ভৈৰৱ অমৃতাক্ষ। ▣

ঋতুৰাণী শৰতকালত শুকুলা ডাৱৰৰ মাজত শেৱালি ফুলৰ সুবাসৰ বতৰত মহিষামৰ্দিনী মাৰ পূজা কৰা হয়। দেৱীমাৰ পদুমী খোজে খোজে যেন পৃথিৱী নতুন ৰূপত সাজি উঠে। ভক্তগণেও মন-প্ৰাণ ঢালি দেৱীক পূজা কৰাত মগ্ন হয়। শৰতকালৰ অনুষ্ঠিত হোৱা এই দশভুজা দেৱীৰ পূজাক অকালবোধন বুলি কোৱা হয়।

# 'পৌৰাণিক আখ্যানত দেৱীদুৰ্গা' ঃ দুৰ্গাদেৱীৰ সৃষ্টিৰ এক সংক্ষিপ্ত ব্যাখ্যা

**লৰিয়লি মুক্তিয়াৰ**
চামগুৰি

"দুৰ্গা নাৰায়ণী
ওঁ সৃষ্টি স্থিতি বিনাশনাং শক্তিভূতে সনাতনী
গুণাশ্ৰয়ে গুণময়ে নাৰায়ণী নমস্ততে।"

দেৱী দুৰ্গা দুৰ্গতিনশিনী মহাশক্তিৰ প্ৰতীক। ঋক্‌বেদত বৰ্ণিত 'ঊষা' দেৱীয়েই পিছলৈ পুৰাণত মহিষামৰ্দিনী সিংহবাহনা দশভুজা দুৰ্গা হিচাপে পূজিত হয় ত্ৰৈত্তীৰিয় আৰণ্যকৰ অন্তৰ্গত যাজ্ঞিকা উপনিষদৰ দুৰ্গা গায়ত্ৰীত। যুগ যুগ ধৰি হিন্দুসকলে শক্তিৰ আধাৰ মহামায়া মহাশক্তিৰূপে শৰতৰ অধিষ্ঠাত্ৰী দুৰ্গা দেৱীক পূজা-উপাসনা কৰি আহিছে। এই দেৱীয়েই হৈছে সৃষ্টি, স্থিতি, বিনাশ— অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, শিৱ এই ত্ৰিশক্তিৰ অধিকাৰিণী। বুৎপত্তিগতভাৱে দুৰ্গা শব্দৰ অৰ্থ হ'ল— দুৰ্গম স্থান, দুৰ্ভিক্ষ, দৈত্য নাশবাচক। আসুৰিক শক্তিৰ বিনাশকাৰিণী, শক্তিৰ অধিষ্ঠাত্ৰী দেৱী আৰু কাৰ্য সূত্ৰভেদে বিজয়া সনাতনী, মহামায়া, কাত্যায়নী, চণ্ডিকা, ভগৱতী আৰু অন্যান্য বহু নামেৰে অভিহিত হৈছে। সেয়ে দুৰ্গাক শক্তিনাশিনী, সৰ্ব শক্তিময়, আদ্যশক্তিৰ অধিষ্ঠাত্ৰীৰূপে পূজা-অৰ্চনা কৰি আহিছে।

ঋতুৰাণী শৰতকালত শুকুলা ডাৱৰৰ মাজত শেৱালি ফুলৰ সুবাসৰ বতৰত মহিষামৰ্দিনী মাৰ পূজা কৰা হয়। দেৱীমাৰ পদুমী খোজে খোজে যেন পৃথিৱী নতুন ৰূপত সাজি উঠে। ভক্তগণেও মন-প্ৰাণ ঢালি দেৱীক পূজা কৰাত মগ্ন হয়। শৰতকালৰ অনুষ্ঠিত হোৱা এই দশভুজা দেৱীৰ পূজাক অকালবোধন বুলি কোৱা হয়। কথিত আছে যে লংকাপতি ৰাৱণক নিধন কৰিবলৈ শ্ৰীৰামচন্দ্ৰই শৰৎকালত দুৰ্গা পূজা কৰিছিল। অসুৰ বিনাশী পত্নীক উদ্ধাৰ, সত্য আৰু শান্তি প্ৰতিষ্ঠাৰ বাবে শ্ৰীৰামচন্দ্ৰই শৰৎকালত দুৰ্গা দেৱীক উপাসনা কৰিছিল। ৰাৱণো আছিল দুৰ্গা দেৱীৰ মহাভক্ত।

তেওঁ বাসন্তী পূজা কৰিছিল। প্ৰকৃততে দুৰ্গা পূজা হৈছিল বসন্ত কালতহে যাক বাসন্তী পূজা নামেৰে জনা গৈছিল। সেয়েহে প্ৰভু ৰামচন্দ্ৰই পূজা কৰাৰ সময়ত মহামায়াও সংকটত পৰিছিল। অৱশ্যে তেওঁ ভক্তৰ মনোবাঞ্ছা পূৰণ কৰিছিল।

মহামায়া দেৱী দুৰ্গা সৃষ্টি সকলো দেৱ-দেৱতাৰ সন্মিলিত শক্তিৰ পৰা হৈছিল। ৰাক্ষস ৰজা মহিষাসুৰে তেওঁৰ প্ৰবল প্ৰতাপী শক্তিৰ দ্বাৰা প্ৰায় এশ বছৰ ধৰি স্বৰ্গ ৰজা ইন্দ্ৰকো পৰাভূত কৰি একছত্ৰী শক্তিৰূপে নিজকে প্ৰতিপন্ন কৰিছিল। নিৰুপায় হৈ ইন্দ্ৰাদি দেৱতাসকলে সৃষ্টিকৰ্তা ব্ৰহ্মাক আগত লৈ বিষ্ণু আৰু মহাদেৱৰ শৰণাপন্ন হ'ল। দুৰাচাৰী অসুৰৰ অত্যাচাৰৰ বৰ্ণনা শুনি বিষ্ণু আৰু মহাদেৱ অত্যন্ত ক্ৰুদ্ধ হৈ উঠিল আৰু খণ্ডত তেওঁলোকৰ মুখমণ্ডল ভয়ংকৰ হৈ উঠিল। বিষ্ণু, ব্ৰহ্মা আৰু মহাদেৱৰ অতি কোপপূৰ্ণ মুখৰ পৰা মহাতেজ নিৰ্গত হ'ল। লগে লগে ইন্দ্ৰকে মুখ্য কৰি অন্যান্য দেৱগণৰ শৰীৰৰ পৰাও প্ৰচুৰ তেজ নিৰ্গত হৈ সমস্ত তেজৰাশি একত্ৰে মিলিত হ'ল আৰু এক তেজময়ী নাৰী দেহৰ সৃষ্টি হ'ল যাৰ পোহৰ সমস্ত ত্ৰৈলোক্যতে বিয়পি পৰিল। সকলো দেৱতা মিলি তেজময়ী নাৰীগৰাকীক এক এক অংগ অস্ত্ৰ প্ৰদান কৰিলে। দেৱাদিদেৱ মহাদেৱৰ তেজৰ পৰা দেৱীৰ মাৰ উজ্জ্বল মুখমণ্ডল গঠিত হৈছে। মৃত্যুৰ ৰজা যমৰ পৰা দেৱীৰ চুলি, অগ্নি দেৱতাৰ তেজৰ পৰা দেৱীৰ ত্ৰিনয়ন, সন্ধ্যা দেৱীৰ তেজৰ পৰা দেৱীৰ চেলাউৰী দুটি (প্ৰাতঃ সন্ধ্যা আৰু সায়ং সন্ধ্যাৰ), কুবেৰৰ তেজৰ পৰা দেৱীৰ নাক, প্ৰজাপতিৰ তেজৰ পৰা দেৱীৰ দাঁত, পৱন দেৱতাৰ তেজৰ পৰা কৰ্ণ দুখন, বিষ্ণুও পৰা দেৱীৰ মহাশক্তিশালী বাহু, অষ্টবসুৰ তেজৰ পৰা আঙুলি, দেৱৰাজ ইন্দ্ৰৰ পৰা দেৱীৰ দেহৰ মধ্য ভাগ, চন্দ্ৰৰ তেজৰ পৰা দেৱীৰ স্তনযুগল, বৰুণ তেজৰ পৰা দেৱীৰ জংঘা আৰু উৰু দুটি, ভূ-দেৱীৰ তেজৰ পৰা নিতম্ব, ব্ৰহ্মাৰ তেজৰ পৰা অক্লান্ত চৰণযুগল, সূৰ্যৰ তেজৰ পৰা দেৱীৰ চৰণৰ আঙুলি আৰু অন্যান্য দেৱতাৰ তেজৰ দেৱীৰ আন অংগসমূহ গঠিত হ'ল। সকলো তেজৰ দ্বাৰা গঠিত মহামায়া সন্মিলিত দেৱশক্তিৰ এক মিশ্ৰিত ৰূপ হিচাপে প্ৰকাশিত হ'ল। সকলো দেৱতাৰ মিলিত শক্তিৰে সৃষ্টি হোৱা নাৰীমূৰ্তিক সকলো দেৱতাই নিজৰ নিজৰ অস্ত্ৰ প্ৰদান কৰি ৰণাংগিনী ৰূপত সজাই তুলিলে। এই তেজোদীপ্ত ঐশ্বৰ্য্যময়ী এগৰাকী দেৱী মৰ্ত্য অভিমুখী হৈ পৃথিৱী কঁপাই পেলালে। সপ্তমীত দেৱতাসকলে মহামায়াক প্ৰণাম জনাই দশভুজাৰ হাতত অস্ত্ৰ দি সজাই তুলিলে। বিষ্ণুয়ে দিলে চক্ৰ, ব্ৰহ্মাই দিলে ৰুদ্ৰাক্ষৰ মালা ধাৰ আৰু কমণ্ডলু, মহাদেৱে ত্ৰিশূল, ইন্দ্ৰই ব্ৰজ, বিশ্বকৰ্মাই দিলে কুঠাৰ, বৰুণে দিলে শংখ আৰু যম ৰজাই দিলে কালদণ্ড, সমুদ্ৰই দিলে পাশাস্ত্ৰ। স্বয়ং সূৰ্য দেৱতাই প্ৰদান কৰিলে তেজময় ৰশ্মি, ক্ষীৰোদ সাগৰৰ দেৱতাৰ নিৰ্মল হাৰেৰে দেৱী সুশোভিত হয়। বিশ্বকৰ্মাই দেৱীৰ হাতত নানা অস্ত্ৰ আৰু অভেদ্য চৰ্ম দান কৰিলে। দেৱীৰ বাহনস্বৰূপে হিমালয়ে দান কৰিলে এটা সিংহ। মৃত্যু দেৱতা কালে দিলে এখন খড়্গ আৰু উজ্জ্বল ঢাল। বাসুকী নাগে প্ৰদান কৰিলে মহামণি শোভিত এক নাগহাৰ। দেৱগণে বিবিধ বস্ত্ৰ আৰু আ অলংকাৰেৰে দশভুজা মহামায়াক বিভূষিত কৰি তুলিলে। হিমালয় পৰ্বতত থকা মহৰ্ষি কাত্যায়ণ মুনিৰ আশ্ৰমত দেৱতাসকলে তেওঁলোকৰ সন্মিলিত শক্তিৰ দ্বাৰা সৃষ্ট পৰম জ্যোতিৰ্ময় নাৰীক প্ৰত্যক্ষ কৰিলে। স্বৰ্গ দেৱতাৰ দ্বাৰা সুসজ্জিতা আৰু সম্মানিতা দেৱীয়ে প্ৰকাশিত হৈ অট্টহাস্য কৰি আকাশ-পাতাল কঁপাই তুলিলে। দেৱতাগণে জয়ধ্বনি দিলে। গৰজি উঠিল বাহন

সিংহই। দশভুজা মহামায়াৰ সৈতে যুঁজ দিবলৈ মহিষাসুৰ আগবাঢ়ি আহিছিল যদিও অসুৰ ৰজাৰ মহিষাসুৰৰ অন্তৰাত্মাও কঁপি উঠিছিল। ব্ৰহ্মাৰ বৰত অসুৰৰ মৃত্যু কোনো নাৰীৰূপী দেৱীৰ হাতত হ'ব, সেই কথা সুঁৱৰি মহিষাসুৰ ভয়ত কম্পমান হৈ পৰিছিল আৰু দেৱীক প্ৰাৰ্থনা জনাইছিল প্ৰাণ ৰক্ষাৰ বাবে। মহিষাসুৰৰ কাতৰ প্ৰাৰ্থনাত দুৰ্গা দেৱীয়ে ক'লে "মই দুৰ্গাৰ ৰূপত তোমাক বিনাশ কৰিম যদিও তুমি মোৰ পদতলতে স্থান পাবা। যিমান দিন পৃথিৱীবাসীয়ে মোক পূজা দিব, তুমি সদায় মোৰ পদতলত স্থান পাবা।" তিনিদিন ধৰি দেৱীৰ লগত অসুৰ মহিষাসুৰৰ যুদ্ধ হৈছিল। মহিষাসুৰক নিধন কৰি দেৱীয়ে দেৱ-দেৱতাসকলৰ শান্তি আৰু সন্মান ঘূৰাই আনিছিল। মহিষাসুৰৰ এক অভিশাপ আছিল তেওঁ নাৰীৰ হাতত মৃত্যু হ'ব, কাৰণ তেওঁ কাত্যায়ন মুনিৰ শিষ্য ৰৌদ্ৰাশ্ব ঋষিক নাৰীৰূপে ছলনা কৰিছিল আৰু তেতিয়া তেওঁক মহিষাসুৰক অভিশাপ দিছিল।

অসুৰ শক্তি বিনাশ কৰিলেও দেৱীয়ে মহিষাসুৰক তেওঁৰ চৰণত স্থান দিছিল। সেই সময়ৰ পৰা এই মহামায়া মহাষাসুৰমৰ্দিনী দেৱীক পূজা কৰি আহিছে। ভাৰতবৰ্ষত এই দুৰ্গা পূজা কেতিয়াৰ পৰা প্ৰচলন হ'ল সেইটো সঠিকৰূপে ক'ব নোৱাৰি। পাঁচ হাজাৰ বছৰতকৈয়ো অধিক কাল আগতে হৰপ্পা আৰু মহেঞ্জোদাৰত হোৱা খনন কাৰ্যত উদ্ধাৰ হৈছিল অসংখ্য দেৱীৰ মৃণ্ময় মূৰ্তি। প্ৰাগঐতিহাসিক যুগৰে পৰাই আদিম মানৱসকলে প্ৰাকৃতিক দুৰ্ঘটনাৰ পৰা ৰক্ষা পাবলৈ প্ৰকৃতি দেৱীক পূজা কৰিছিল। লাহে লাহে সভ্যতাৰ ক্ৰমবিকাশ ঘটিল জীৱন ধাৰণৰ বাবে খেতি-বাতি কৰিবলৈ ধৰিত্ৰী তথা পৃথিৱীক মাতৃজ্ঞান কৰা হ'ল। সেই কথা উপলব্ধি কৰি পৃথিৱীক সকলো শক্তিৰে মূল বুলি পূজা কৰিব ধৰিলে। এয়াই আৰম্ভণি হ'ল শক্তি পূজাৰ। দুৰ্গা পূজাত প্ৰচলন হোৱা নৱপত্ৰিকাৰ পূজাই প্ৰমাণিত কৰে প্ৰকৃতিয়ে হ'ল দেৱী দুৰ্গা।

ইয়াৰ পিছত বহু সংস্কাৰৰ আৰু পৰিৱৰ্তনৰ মাজেৰে পূজাই এই ৰূপ পাইছেহি। মানৱ সভ্যতাৰ আধুনিকতাৰ পৰশ পৰাৰ লগে লগে সকলো ক্ষেত্ৰতে পৰিৱৰ্তন হ'বলৈ ধৰিলে। শৰতৰ এই নিৰ্মল আকাশখনত শুভ্ৰ জোনাকী পোহৰে জিলমিলাই থকা প্ৰকৃতিৰ বিস্তীৰ্ণ শস্য সম্ভাৰে যেনেকৈ চাৰিওদিশ মনোৰম কৰি তোলে ঠিক তেনেদৰে শৰতৰ এই দুৰ্গা পূজাই ৰিঙা ৰিঙা হৈ থকা ঘৰবোৰ উজ্জ্বলাই তোলে। এই পূজাই বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত গঢ় লৈ উঠা অবিশ্বাস, সন্দেহ-সংশয়ৰ প্ৰাচীৰবোৰ ভাঙি পাৰস্পৰিক সৌজন্যমূলক আচৰণ, সৌহাৰ্দপূৰ্ণ যোগাযোগ, ভাতৃত্ববোধ তথা আৱেগিক আৰু আত্মিক সম্পৰ্কৰ ভাবেৰে সন্মিলিত হয় একেখন পূজাথলীত। সেয়েই এক প্ৰকাৰৰ মিলনৰ উৎসৱ। এই উৎসৱে মানৱ সমাজৰ মাজত সামাজিক নৈতিকতা আৰু আধ্যাত্মিকতাৰ বন্ধন দৃঢ় কৰে।

সেয়েহে এই শাৰদীয় দুৰ্গা পূজাৰ জৰিয়তে জগতৰ অসূয়া-অশান্তি দূৰ হোৱাতো সকলোৰে কামনা কৰে। সৎ চিন্তা, সৎ কৰ্মৰ সৃজনশীল মনৰ মানৱ সৃষ্টি হওক আৰু এই মাতৃ পূজাৰ জৰিয়তে মানুহৰ অন্তৰত জাগ্ৰত হওক দয়া-প্ৰেম-কৰুণা ভাব।

শেষত কৈছোঁ—

"অন্যত্ৰে বিৰলা দেৱী কামৰূপে গৃহে গৃহে
ততঃ শতগুণে প্ৰোক্তা নীলকুটস্য মস্তকে" ▣

# ‘আলোকময়’ ঃ স্মৃতি, হেঁপাহ আৰু ভাললগা

**বৰ্ষা দাস**
চামগুৰি

২০২০ চনৰ এটা দিনৰ কথা। তাৰিখ আৰু বাৰ মনত নাই। সময় দুপৰীয়া, তেনেতে মোৰ ফোনটো বাজি উঠিল। দেখিলো বন্ধু বিভূতি ৰঞ্জন শইকীয়াৰ ফোন। ৰিচিভ কৰাত সি ক'লে যে, আমাৰ চামগুৰিৰ দুৰ্গা পূজা কমিতিৰ সম্পাদক ভাস্কৰ দায়ে দুৰ্গা পূজাত আমাক কিবা এটা কৰিবলৈ কৈছে। কিবা এটা মানে, আকৰ্ষণীয় আৰু চকুত লগাকৈ কিবা এটা। মনতে ভাৰিলো তেনেকুৱা কি কৰা যায়! তাক ক'লো— “হ'ব দে, আটায়ে মিলি কিবা এটা কৰিম।'' ৰাতিলৈ দেখিলো ‘হোৱাটস্এপ'ত গ্ৰুপ এটাও খুলিছে। নাম থৈছে ‘দুৰ্গা পূজাৰ প্ৰস্তুতি'। পিছদিনা চনু দা, বিভূতি, বঞ্জু, ভাইতা, ভাস্কৰ দা আৰু মই লগ হ'লো। আলোচনাত, কি কৰা যায়? কেনেকৈ কৰা যায়? কি কৰিলে ভাল হ'ব! ইত্যাদি ইত্যাদি। শেষত ভাস্কৰ দায়ে ক'লে যে এখন আলোকচিত্ৰ প্ৰদৰ্শনী আয়োজন কৰিলে কেনে হয়? ভাল হ'ব, বহুত ভাল হ'ব। আমি এখন আলোকচিত্ৰ প্ৰদৰ্শনীৰ আয়োজন কৰিম। নাম ৰখা হ'ল ‘আলোকময়'। যো-জা আৰম্ভ হ'ল। পূৰ্বৰ ৬ জনীয়া দলটোত বন্দিতা বা, প্ৰণৱ, নিহাল, তৰুণ, দেৱাশীষ, দ্বীপ দা, বিশ্ব, অভিষেক, ৰিতম, প্ৰিয়াংশু ইহঁত সকলোৱে সহযোগ কৰিলে। আমাৰ ‘আলোকময়' যাত্ৰাৰ আৰম্ভণি এয়াই।

পৃথিৱীৰ প্ৰতিজন শিল্পী-সাহিত্যিকৰ অৱচেতন মনত বহু চিন্তাৰ হেন্দোলনিয়ে দোলা দি থাকে। সেই অবিৰত হেন্দোলনিৰ প্ৰকাশ ঘটে কলম, কেমেৰা, কণ্ঠ, তুলিকা আদি বিভিন্ন মাধ্যমত। দৃশ্যমান কলা হিচাপে আলোকচিত্ৰ বা ফটোৰ যুগান্তকাৰী ভূমিকাৰ কথা সৰ্বজনবিদিত। ফটোৱে কথা কয়, ফটোৱে ধৰি ৰাখে সময়। ফটোৱে ইতিহাস সৃষ্টি কৰে। এখন ফটো এহেজাৰ শব্দৰ দৰে। ফটো ফ্ৰেমত ৰখা ফটোগ্ৰাফখনে স্মৃতিবোৰ উদঙাই দি নষ্টালজিক কৰি তুলিব পাৰে আপোনাক। তাৰ প্ৰমাণ আলোকচিত্ৰ প্ৰদৰ্শনীৰ বাবে বিভিন্ন ঠাইৰ বিভিন্ন জনে আমালৈ পঠোৱা সেই ফটোবোৰ। যিবোৰ আমাৰ ‘আলোকময়' ঘৰৰ বেৰত ওলমি ৰৈছিল। মানুহবোৰে যেতিয়া সেই ওলমি ৰোৱা ছবিসমূহ মনোযোগেৰে চাইছিল, কিবা এটা বুজি পাইছিল, আমি দিন-ৰাতি একাকাৰ কৰি কৰা কষ্টই সেইখিনিতে সফলতা লাভ কৰিছিল। আমি সুখী, কিয়নো সৰুকৈ হ'লেও সমাজৰ বাবে কিবা এটা কৰিব পাৰিছো। এনেও কোনো কামৰ প্ৰথম অভিজ্ঞতা সদায় বিশেষ। এইক্ষেত্ৰত আমাক সহায় কৰা চামগুৰি দুৰ্গা পূজাৰ আয়োজক কমিটি বিশেষকৈ চানি দা আৰু ভাস্কৰ দাৰ ওচৰত আমি চিৰকৃতজ্ঞ।

এনেদৰেই আলোকময়ে এটা বৰ্ষ অতিক্ৰম কৰিলে। ২০২১ বৰ্ষতো দ্বিতীয়বাৰৰ বাবে আলোকচিত্ৰ প্ৰদৰ্শনী আয়োজন কৰা হৈছিল। লগতে শ্ৰেষ্ঠ তিনিখন ফটোৰ গৰাকীলৈ চামগুৰি দুৰ্গা পূজা আয়োজক কমিটিৰ তৰফৰ পৰা উপহাৰো প্ৰদান কৰা হৈছিল। সেইবাৰৰ বিচাৰকৰ দায়িত্বত আছিল Pandit Lakhmi Chand State University of Performing and Visual Artsৰ অধ্যাপক মৌলী সেনাপতি ছাৰ আৰু অভিজ্ঞ আলোকচিত্ৰ শিল্পী সীমান্ত গোস্বামী দাদা।

আজিৰ পৰা প্ৰায় পঞ্চাছ-ষাঠি বছৰ পূৰ্বেই জকাইচুকীয়া অসমৰ মাটিত ফটোগ্ৰাফীক নিচা আৰু পেছা হিচাপে লৈ শৈল্পিক সম্পৰীক্ষাত প্ৰবৃত্ত হৈছিল তেজপুৰৰ নলিনীকান্ত বৰুৱা। যাঠিৰ দশকতে তেখেতে 'ন্যুড ফটোগ্ৰাফী'ৰ জ্যনাৰত বিচৰণ কৰিছিল, যিটো তেতিয়া আছিল ভাৰতবৰ্ষৰ শিল্পবলয়তে এক বিস্ময় আৰু কৌতূহল। জনপ্ৰিয় সামাজিক মাধ্যমসমূহৰ উঁহ নোলোৱা কালতে বৰুৱাৰ 'ৰলিফ্লেক্স' কেমেৰা নিঃসৃত ছবি দেশ-বিদেশৰ কলাবীথিকাত প্ৰদৰ্শিত আৰু সমাদৃত হৈছিল। 'কেট্ ট্ৰায়', 'আনৱাণ্টেড্ বেবী', 'ইমেজিনেশ্যন' প্ৰভৃতি তেখেতৰ নাম থকা ছবি। এনে এজন ব্যক্তিক আমাৰ আলোকময়ৰ মজিয়াত তৃতীয় বাৰ্ষিক আলোকচিত্ৰ প্ৰদৰ্শনী তথা প্ৰতিযোগীতাৰ বিচাৰক হিচাপে পোৱাৰ সৌভাগ্য হৈছিল।

বিগত বৰ্ষবোৰৰ দৰে এই বৰ্ষটো আমি দুৰ্গোৎসৱ উদ্‌যাপনৰ সমান্তৰালকৈ আলোকচিত্ৰ প্ৰদৰ্শনী আৰু প্ৰতিযোগিতাৰ আযোজন কৰিছো। এইবাৰ 'আলোকময়ে' চাৰিটা বৰ্ষ অতিক্ৰম কৰিব। বিচাৰক হিচাপে আমাৰ মাজত উপস্থিত থাকিব অসমৰ আগশাৰীৰ অভিজ্ঞ আলোকচিত্ৰ শিল্পী বিদ্যাসাগৰ বৰুৱা ছাৰ। অনাগত দিনবোৰতো যাতে 'আলোকময়'ক আমি জীয়াই ৰাখিব পাৰো, তাৰ বাবে আপোনালোকৰ সহযোগীতা আমাৰ পৰম কাম্য।

আলোকচিত্ৰৰ মূল বিষয়টোয়েই হৈছে 'পোহৰ'। দেখাত একেবাৰে সাধাৰণ যেন লাগিলেও প্ৰকৃতাৰ্থত ই এক জটিল বিষয়। সেয়া কাৰিকৰীয়েই হওক বা কলাসুলভ তথ্যভিত্তিকেই হওক। ইয়াৰ বাবে প্ৰযোজন হয়, গভীৰ অধ্যয়ন, চিন্তা-চৰ্চা, সূক্ষ্ম নিৰীক্ষণ, মনঃ সংযোগ, সংবেদনশীল, ছবি তুলাৰ তীব্ৰ হেঁপাহ আৰু অনুশীলন। এই যাত্ৰাত আমি ন-শিকাৰু। আমি পৰ্যায়ক্ৰমে আলোকচিত্ৰৰ সৈতে জড়িত বিষয়সমূহৰ বিষয়ে বিতংভাৱে জানিবলৈ চেষ্টা কৰি যাম। আলোকচিত্ৰৰ বিশাল পৃথিৱীখনত 'আলোকময়' আমাৰ এক ক্ষুদ্ৰ প্ৰয়াসহে মাথো। সমাজখনত সৃজনীশীল প্ৰতিভা বিকাশৰ লগতে বৰ্তমানৰ প্ৰেক্ষাপটত আলোকচিত্ৰ চৰ্চাৰ ব্যৱহাৰৰ প্ৰতি নৱপ্ৰজন্মক আগ্ৰহী কৰোৱা আমাৰ মূল উদ্দেশ্য। 'আলোকময়ে' যাতে সমাজখনত একো একোজন আলোকচিত্ৰ শিল্পীৰ জন্ম দিব পাৰে আৰু সেই শিল্পীৰ হাতত প্ৰাণ পাই উঠা প্ৰতিখন আলোকচিত্ৰই সমাজৰ বাবে এক উল্লেখযোগ্য অৱদান আগবঢ়াই সমাজলৈ এক গঠনমূলক বাৰ্তা প্ৰেৰণ কৰিব পাৰে তাৰেই কামনা কৰিলোঁ। ▣

দয়াময়ীয়ে কালী গোসাঁনীৰ অৱতাৰ বুলি দৃঢ়ভাৱে বিশ্বাস কৰা জমিদাৰ শহুৰৰ মতৰ বিপৰীতে মাত মাতিব কিয় নোৱাৰিলে? দয়াময়ীয়ে নিজকে কোনোবা সময়ত সঁচাকৈয়ে কালী গোসাঁনীৰ অৱতাৰ বুলি মানি লৈছিল নেকি?

# সত্যজিৎ ৰায়ৰ 'দেৱী'

**ভাস্কৰ জ্যোতি বৰা**
চামগুৰি

১৯৬০ চনত মুক্তিপ্ৰাপ্ত বিশ্ব-বিশ্ৰুত পৰিচালক সত্যজিৎ ৰায়ৰ বাংলা চলচ্চিত্ৰ 'দেৱী' (Devi : The Goddess)ত এজন সামন্তীয় জমিদাৰৰ ধৰ্মীয় অনুৰক্তিয়ে মাতি অনা বিপৰ্যয়ৰ কথা প্ৰকাশ পাইছে। ছবিখনত চিনেমেটোগ্ৰাফী কৰিছিল সুব্ৰত মিত্ৰ আৰু সংগীত দিছিল উস্তাদ আলি আকবৰ খানে। চলচ্চিত্ৰখন প্ৰভাত কুমাৰ মুখোপাধ্যায়ৰ এনে নামৰ গল্পৰ আধাৰত নিৰ্মিত।

১৮৬০ চনত ভাৰতৰ গ্ৰাম্য বংগৰ চণ্ডীপুৰত এই ছবিখনৰ কাহিনীভাগ নিৰ্মাণ কৰা হয়। চলচ্চিত্ৰখনৰ কাহিনীভাগ এনেধৰণৰ— দয়াময়ী (শৰ্মিলা ঠাকুৰ) আৰু তেওঁৰ স্বামী উমাপ্ৰসাদ (সৌমিত্ৰ চেটাৰ্জী)। উমাপ্ৰসাদৰ ডাঙৰ ভাতৃ (পূৰ্ণেন্দু মুখাৰ্জী), পত্নী (কৰুণা বেনাৰ্জী) আৰু জমিদাৰৰ পিতৃ কালীকিঙ্কৰ ৰায় (ছবি বিশ্বাস)ৰ সৈতে থাকে।

পিতৃ কালিকিংকাৰ ৰায় এজন বৃদ্ধ লোক, সামন্তীয় সমাজৰ এজন প্ৰতিনিধি। তেওঁ এজন সন্মানীয় জমিদাৰ আৰু হিন্দু দেৱী কালীৰ ভক্ত। দয়াময়ীৰ স্বামী উমাপ্ৰসাদ কলিকতাত পঢ়িবলৈ গৈছে। তাই বৃদ্ধ শহুৰেকক চোৱা-চিতা কৰে। ভতিজা খোকা (অসমীয়া পৰিয়ালত সৰু ল'ৰাক যিদৰে 'সোণটো' বুলি মাতে, ঠিক একে এটা নাম)ৰ প্ৰতি তাইৰ অন্তৰত বিশেষ স্থান আছে, খোকা দয়াময়ীৰ অতি মৰমৰ।

কালীকিঙ্কৰ ৰায়ে এদিন সপোনত দেখা পায় যে তেওঁৰ বোৱাৰী দয়াময়ী কালী গোঁসানীৰ দেৱীৰ অৱতাৰ। সেইদিনাৰ পৰা কালীকিঙ্কৰে দয়াক দেৱী বুলি মানিবলৈ লয় আৰু নিতৌ পূজা কৰিবলৈ আৰম্ভ কৰে। সময় পাৰ হোৱাৰ লগে লগে কথাটো

জনসাধাৰণৰ মাজত বিয়পি পৰে আৰু নিতৌ দয়াময়ীক দেখা কৰি চৰণ অমৃত (দেৱীৰ ভৰি ধোৱা পানী) গ্ৰহণ কৰিবলৈ ভক্তৰ ভীৰ লাগে। এদিন মৃতপ্ৰায় এটি শিশুয়ে দয়াময়ীৰ চৰণ অমৃত খাই সুস্থ হৈ পৰাৰ অলৌকিক ঘটনাটোৱে ৰাইজৰ বিশ্বাস সুদৃঢ় কৰে। বাতৰিটো বিয়পি পৰাৰ লগে লগে শ শ বৃদ্ধ, ৰুগীয়া আৰু দৰিদ্ৰ লোক আৰোগ্য আৰু আৰাম বিচাৰি দয়াময়ীৰ ওচৰলৈ আহিবলৈ ল'লে। দয়াময়ীৰ স্বামী উমাপ্ৰসাদে ঘটনাবোৰৰ বিষয়ে জানিবলৈ পোৱাৰ লগে লগে, তেওঁ তাইক উদ্ধাৰ কৰিবলৈ ঘৰলৈ উভতি আহে। উমাপ্ৰসাদে এই অলৌকিক পৰম্পৰাৰ বিৰোধিতা কৰে।

উমাপ্ৰসাদে দয়াময়ীক এই কুসংস্কাৰৰ আৱদ্ধ বেহুৰ পৰা পলুৱাই লৈ যাবলৈ চেষ্টা কৰে এৰাতি মনে মনে। কিছুদূৰ গৈ দয়াময়ী আৰু আগবাঢ়িবলৈ অনিচ্ছুক হয়। কিবা যেন অদ্ভুত-আচৰিত কাৰণত যেন নিজৰ ভিতৰত থকা ঐশ্বৰিক স্থিতিৰ বিষয়ে নিশ্চিত হৈ পৰিছে দয়া।

দিনবোৰ পাৰ হ'ল। এদিন দয়াময়ীৰ ভতিজা, শিশু খোকা অসুস্থ হৈ পৰে আৰু তাক তাইৰে যত্নত ৰখা হয়। খোকাক চিকিৎসকৰ ওচৰলৈ নিয়াৰ পৰিৱৰ্তে কালী গোসাঁনীৰ অৱতাৰ বুলি ভবা দয়াময়ীৰ ওচৰতে ৰখা হয়। চিকিৎসাৰ অভাৱত খোকাৰ মৃত্যু হয় দয়াময়ী হৈ পৰে বিধ্বস্ত মানসিকভাৱে। সকলো জানিও তাইৰ ওপৰত আৰোপ কৰা ঐশ্বৰিক গুণৰ দোহাই দি, শহুৰেকৰ বিশ্বাসৰ বিৰোধিতা নকৰি, দয়াময়ী হৈ থাকিল নীৰৱ দৰ্শক, মৰমৰ ভতিজাকৰ মৃত্যুৰ।

শেহৰ দৃশ্যত দেখা যায় উন্মাদ দয়াময়ী সকলো এৰি কুঁৱলিৰ মাজত হেৰাই গৈছে।

কুসংস্কাৰ, ভ্ৰান্ত ধাৰণা, পুৰুষতান্ত্ৰিকতাৰ দৰে সামাজিক ব্যাধিবোৰৰ পৰা হোৱা বিপৰ্যয়ৰ কথা, চলচ্চিত্ৰখনত স্পষ্ট হৈছে।

প্ৰভাত কুমাৰ মুখোপাধ্যায়ৰ 'দেৱী' গল্পটোৰ আধাৰ ৰবীন্দ্ৰনাথ ঠাকুৰৰ গল্পৰ পৰা ধাৰ কৰা। ৰবীন্দ্ৰ নাথ ঠাকুৰ ব্ৰহ্ম সমাজৰ অনুগামী আছিল কিন্তু তেওঁ ব্ৰাহ্মণ্যবাদৰ ধৰ্মীয় অন্ধবিশ্বাসবোৰ মুকলিকৈ সমালোচনা কৰা নাছিল। কিন্তু সত্যজিত ৰায়ে (তেওঁ নিজেও ব্ৰহ্ম সমাজৰ অনুগামী আছিল) ধৰ্মৰ লগত জড়িত বিতৰ্কিত আৰু সংবেদনশীল বিষয় এটাত চলচ্চিত্ৰৰ মাধ্যমেৰে সমাজৰ আগত তুলি ধৰিবলৈ সাহস কৰিছিল। ধৰ্মৰ লগত জড়িত অন্ধবিশ্বাসে কিদৰে সমাজ এখনক পংগু কৰিব পাৰে তাকে চলচ্চিত্ৰখনত প্ৰকাশ পাইছে।

দয়াময়ীয়ে কালী গোসাঁনীৰ অৱতাৰ বুলি দৃঢ়ভাৱে বিশ্বাস কৰা জমিদাৰ শহুৰৰ মতৰ বিপৰীতে মাত মাতিব কিয় নোৱাৰিলে? দয়াময়ীয়ে নিজকে কোনোবা সময়ত সঁচাকৈয়ে কালী গোসাঁনীৰ অৱতাৰ বুলি মানি লৈছিল নেকি?

এইবোৰ প্ৰশ্নৰ উত্তৰ পৰিচালকে দৰ্শকক নিজেই ঠাৱৰ কৰিবলৈ এৰি দিলে। চলচ্চিত্ৰখনৰ শেষৰ ফালে কুঁৱলীৰ আচ্ছাদনৰ মাজত দয়াময়ী নোহোৱা হৈ যোৱাৰ দৃশ্যটোৰ লগত দশমীত দেৱীৰ বিসৰ্জন আৰু দেৱীৰ স্বৰ্গলোকলৈ গমন বুজোৱা হ'ল নে পুৰুষতান্ত্ৰিকতাৰ স্বীকাৰ হোৱা অজলা দয়াময়ীজনীৰ একুলা দুখ দৰ্শকৰ হৃদয়ত দি গ'ল সেয়া বুজা নগ'ল সঠিকভাৱে।

"Devi : Seeing and Believing" ৰচনাখনত দেৱিকা গিৰিশে লিখিছে ঃ

"Devi dramatizes the ways in which the symbolic deification of women comes at the cost of their material agency. This mythmaking isn't merely religiousÊ, in the nineteenth century, it

also became an integral part of the nationalist movement, as the image of the Goddess came to be associated with the Hinduized nation. The Bengali novelist and poet Bankim Chandra Chatterjee immortalized this idea with his 1882 novel Anandamath, which depicted India as an avatar of the Mother Goddess. Abanindranath Tagore, the nephew of Rabindranath, gave this image its pictorial depiction with his famous 1905 painting Bharat Mata (Mother India), which personifies the country as a four-armed, saffron-clad woman. This overlaying of femininity, divinity, and country positioned women's emancipation as central to that of the nation, and as rooted in Indian spiritual tradition, but it entrapped women in its own patriarchal ideals."

All art is political বোলা ধাৰণাটো যদি বিশ্বাস কৰো, তেন্তে উক্ত কথাখিনিৰ পৰা চলচ্চিত্ৰখনৰ Political dimensionটোৰ উমান ল'ব পাৰো। ভাৰতীয় আধ্যাত্মিক পৰম্পৰাত নাৰীক দেৱীৰ স্থান বা দেৱীতুল্য কৰাৰ কথাটোৱে নাৰীক পুৰুষতান্ত্ৰিকতাৰ গণ্ডীত আৱদ্ধহে যেন কৰিছে সেইয়া ছবিখনত প্ৰকাশ পাইছে।

'দেৱী' চলচ্চিত্ৰখন মুক্তি পোৱাৰ পিছতেই এক ধৰণৰ বিতৰ্কৰ সৃষ্টি হয়। চলচ্চিত্ৰখনৰ বিষয়বস্তুকলৈ কেন্দ্ৰীয় চৰকাৰ যথেষ্ট পৰিমাণে লজ্জিত হয় আৰু বিদেশলৈ প্ৰদৰ্শনৰ কাৰণে পঠোৱাৰ ক্ষেত্ৰত অনিচ্ছুক হৈ পৰে।

এখন মাথো চলচ্চিত্ৰই মানুহৰ মন-মগজুৰ চিন্তাৰ উত্তৰণ ঘটাব পৰে বুলি নিশ্চিত হোৱাটো শুদ্ধ হ'ব নোৱাৰে, কিন্তু 'দেৱী'ৰ নিৰ্মাণৰ ষাঠিটা দশক পিছত, বিজ্ঞান-প্ৰযুক্তি, স্বাক্ষৰতাৰ হাৰৰ উন্নতিৰ পিছতো আজিও সমাজত ধৰ্মীয় বিশ্বাস-অন্ধবিশ্বাসৰ বিপদজনক পৰিণতি আমি দেখিবলৈ পাওঁ, সেয়েহে চলচ্চিত্ৰখন আজিও প্ৰাসংগিক হৈ আছে। ▣

**সহায়ক গ্ৰন্থ/লেখা ঃ**

১. Devi : Seeing and Believing– Devika Girish

২. সেলুলয়েডে 'দেবী' ঃ ভাবনায় সত্যজিৎ— অভীক পোদ্দাৰ (শুধু সত্যজিৎ চৰ্চা)

৩. Portrait of a Director Satyajit Ray– Marie Seton

সত্যজিৎ ৰায়ৰ **'দেৱী'** চলচ্চিত্ৰখন ইউটিউবত চাবলৈ QR code টো scan কৰক ঃ

দেউতাকে তাইক বুজাই দেৱীৰ মাহাত্ম্য। তাই মন্ত্ৰমুগ্ধ হৈ শুনি থাকে। কিমান শক্তিশালী দেৱী! তাই দেউতাকক কয়, ডাঙৰ হ'লে তায়ো দেৱীৰ দৰেই হ'ব, শক্তিশালী। দেউতাকে হয়ভৰ দিয়ে। এনেদৰেই বছৰ বছৰ জুৰি তাই এই ভাৱতেই আচ্ছন্ন হৈ থাকে। লাহেকৈ তাই উমান পায়, মানুহ দেৱী হ'ব নোৱাৰে।

# চুটি গল্প

**নীলাঞ্জনা দাস**
চামগুৰি

**'দেৱী'**

প্ৰণামীয়ে আধা মেলা চকুহালেৰে বান ঘড়ীটোলৈ চালে। চাৰি বাজিছিল। বিচনাতে ইকাটি সিকাটিকৈ অলপ পৰ থাকি তাই উঠি বহিল। কেইবাৰাতিও তাইৰ টোপনি অহা নাই। তন্দ্ৰালস চকুহাল মোহাৰি তাই খিৰিকীখনৰ ফালে হাত মেলিলে। পুৰণি বেৰ-বাটামৰ ঘৰটোৰ দৰ্জা-খিৰিকীবোৰ উৰলিবলৈ ধৰিছে। এহাতেৰে ঠেলি দিলেই খোল খোৱা খিৰিকীখনৰ কথা তাই মালিকক আগতে দুবাৰমান কৈছে যদিও তেওঁ গুৰুত্ব দিয়া নাই। আঠশ টকা ঘৰ ভাড়াত ইয়াতকৈ ভাল কি হ'ব বুলিয়েই তেওঁ সামৰি থয়। হাতেৰে হেঁচুকি তাই খিৰিকীখন খুলি দিলে। খিৰিকীৰ কাষতে থকা শেৱালিজোপাৰ সুঘ্ৰাণ তাইৰ কোঠাটোত বিয়পি পৰিল। ভাড়াঘৰটোত তাইৰ এইখিনিয়েই একমাত্ৰ ভাল লগা। শেৱালিৰ গোন্ধটোৰে তাইৰ মলিন মনটোও পৰিষ্কাৰ কৰিব পাৰে। শেৱালি বুলিলেই তাইৰ সৰুকালৰ ছবি কিছুমান চকুৰ আগলৈ আহে। শেৱালি ফুলিলেই যে মনত কিমান ৰং দুৰ্গাপূজা, নতুন ফুটফুটীয়া ফ্ৰক, জিলাপীৰ গোন্ধ, আৰু যে কত কি! মণ্ডপত থকা দুৰ্গা আইৰ বিশাল মূৰ্তি দেখি তাইৰ যে মনত কিমান প্ৰশ্ন! মহিষাসুৰৰ অহংকাৰ আৰু লোভৰ সাধু বাৰে বাৰে শুনি পেটতে হাত ভৰি লুকাই তাইৰ। তাইৰ দেউতাক শিক্ষক আছিল। দেউতাকে তাইক বুজাই দেৱীৰ মাহাত্ম্য। তাই মন্ত্ৰমুগ্ধ হৈ শুনি থাকে। কিমান শক্তিশালী দেৱী! তাই দেউতাকক কয়, ডাঙৰ হ'লে তায়ো দেৱীৰ দৰেই হ'ব, শক্তিশালী। দেউতাকে হয়ভৰ দিয়ে। এনেদৰেই বছৰ বছৰ জুৰি তাই এই ভাৱতেই আচ্ছন্ন হৈ থাকে। লাহেকৈ তাই উমান পায়, মানুহ দেৱী হ'ব নোৱাৰে। দেউতাকৰ বিৰুদ্ধাচৰণ কৰিব পৰাকৈ ইমান সাহসীও হ'ব নোৱাৰে। অসুখীয়া দেউতাকে তাইৰ অমততে তাইৰ বিয়া ঠিক কৰে। মাক নোহোৱা ছোৱালী বুলি সকলোৱে উঠি পৰি লাগে। তাইকহে এবাৰলৈও কোনেও নোসোধে,

'তই সাজুনে আই?' বিয়াৰ দিনা তাইক দেৱীৰ দৰেই সজাই পৰাই বিদায় দিয়া দেউতাকে সকলোৰে আঁৰত চকুপানী টুকিছিল। আনে নেদেখিলেও তাই ঠিকেই বুজিছিল কিমান আশাৰে তাইক জোঁৱায়েকৰ হাতত তুলি দিছে মানুহজনে। তাই হাঁহি মুখেৰেই আদৰি লৈছিল সকলো।

**'পেপাৰ'**

হকাৰজনৰ পৰিচিত মাতটোত তাইৰ ভাৱৰ যতি পৰিল। পেপাৰখন মালিকৰ চোতাললৈ দলিয়াই হকাৰজন পাৰ হৈ গ'ল। অকস্মাতে হাতৰ বাউসীৰ বিষটোৱে আমনি কৰিলে তাইক। এইবাৰ তাইৰ ভৰি দুখনলৈ চকু গ'ল। ঘাঁবোৰ কেঁচা হৈয়ে আছে। শৰীৰৰো, মনৰো। নিজৰেই ক্ষত-বিক্ষত দেহটো দেখি এসোঁতা গৰম তেজ তাইৰ মূৰলৈ বৈ আহিল। কিহৰ বাবে তাই সহ্য কৰি আছিল এইবোৰ? দেউতাকে দুখ পাব বুলিলেই কথাবোৰ লুকুৱাই কিমান যে অভিনয় কৰিছিল তাই। কথাবোৰ গম পোৱাৰ দিনা কপাল চপৰিয়াই দেউতাকে উচুপি উঠিছিল 'কাৰ হাতত গতালো মই তোক আইজনী!' প্ৰণামী সাহসী হৈছিল। পুলিচৰ আগত নিৰ্ভয়ে সকলোবোৰ কৈ ভাড়াঘৰটোলৈ গুছি আহিছিল তাই। দেউতাকৰ একালৰ ছাত্ৰী এগৰাকীয়ে তাইৰ কেচটো লৈছে। সকলোবোৰ প্ৰমাণ তাইৰ পক্ষতেই আছে। তথাপিও ঘটি যোৱা ঘটনাবোৰে তাইক শান্তি দিয়া নাই। দেৱীৰ দৰে শক্তিশালী হ'বলৈ মন কৰা ছোৱালীজনী দুৰ্বল লতা এডাল হৈ ৰয়। ভৱিষ্যতৰ চিন্তাই তাইক মষিমূৰ কৰে। ভাড়াঘৰটোলৈ অহাৰ কেইদিনমান আগতে তাই চাকৰিৰ বাবে পৰীক্ষা এটালৈ মনে মনে সাজু হৈছিল। পৰীক্ষালৈ পঢ়াৰ কথা গম পাই তাইৰ আটাইবোৰ কিতাপ পুৰি পেলোৱা হ'ল। মানসিক শাৰীৰিক যন্ত্ৰণাত কোঙা হৈ পৰীক্ষাটো দি ঘৰলৈ উভতিও পুনৰ শাৰীৰিকভাৱে অপদস্থ হৈছিল তাই। তাইৰ কাৰণে এই চাকৰিটোৰেই একমাত্ৰ আশা আছিল। কিন্তু ইমানখিনি অশান্তিৰ পাছত পৰীক্ষাটো ভাল নোহোৱাটোৱেই স্বাভাৱিক আছিল। কথাবোৰ মনত পৰি তাইৰ আকৌ খং এটা উঠি আহিল। লোকৰ কাৰণে নিজকে শেষ হ'বলৈহে যেন এৰি দিছিল তাই!

কথাবোৰ মনৰপৰা গুছাবলৈ এইবাৰ তাই কোঠাটোৰ বাহিৰ ওলাল। শেৱালিজোপাৰ তললৈ গৈ কেইপাহিমান শেৱালি মুঠিত ভৰাই উশাহত উজাই ল'লে। তাইৰ মনটো ফৰকাল যেন লাগিল। মালিকৰ ঘৰৰ মানুহ তেতিয়ালৈকে উঠা নাই। চোতালত পৰি থকা পেপাৰখন তাই হাতত তুলি ল'লে। সন্মুখৰ পৃষ্ঠাতে দেৱী দুৰ্গাৰ প্ৰতিমাৰ সুবিশাল ফটো। মনতে মাৰ সেৱা লৈ তাই পৃষ্ঠাবোৰ লুটিয়াই গ'ল। এঠাইত তাইৰ চকুহাল থমকি ৰ'ল। তাই দিয়া পৰীক্ষাটোৰ ফলাফল ওলাইছে পেপাৰত। তাইৰ বুকুখন ধৰ্‌ফৰাই উঠিল। ৰোল নম্বৰবোৰত চকু ফুৰাওতে হঠাৎ দেখিলে... ১৬৭৮৯০... এইটো ৰোল নম্বৰ তাইৰ! তাই পুনৰ চকু ফুৰালে। নাই, তাইৰ ভুল হোৱা নাই। তাই চাকৰিটো পালে। বহুত দিনৰ মূৰত প্ৰণামীৰ মনটো আনন্দেৰে ভৰি উঠিল। দুৰ্গা পূজাৰ সময়ত দেউতাকে অনা ফুটফুটীয়া ফ্ৰক আৰু জিলাপীৰ আনন্দৰ সতে এই সুখকন যেন তেনেই মিলি গ'ল। ▣

# শৰৎ

শৰৎ তুমি উমাল শীতৰ
সুকোমল আৰম্ভণি
মনত দিয়া আগজাননী
কোনো পৰীৰ নূপুৰৰ
ৰুণুক-জুনুক ধ্বনিৰে সৰে মুকুতামণি গধূলি
পুৱাৰ আকাশত ভাঁহে ধূসৰ সূৰুযৰ ধেমালি
শীতৰ আমেজত নিশা
কটাও বহু তন্দ্ৰাভৰা অলীক আশা
কাৰ বুকুৰ বেদনাত সৰে
কান্দোনৰ ৰোল
মৰীচিকা খেদি যাওঁ
পুৱা তেওঁক বিচাৰি
আচাৰি হেৰুৱাই
বাখৰ পোৱালমণি
বহুযোজন বাট আগুৱাই
উকাহাতে আহিলো উভতি
লক্ষ্যবিহীন মোৰ এই যাত্ৰাত
সন্ধান পালো এক আৱেশ
নাম তাৰ শৰৎ।।

**স্মৃতিজ্যোতি গোস্বামী**
সহকাৰী অধ্যাপক, কলেজ অৱ এডুকেশ্বন নগাঁও

# ৰং

মাৰ বুকুৰ গাখীৰকণৰ স্বাদ কি আছিল?
ঠিক মনত পৰা নাই।
মিঠা নাছিল। সেই কথা মই ডাঠি ক'ব পাৰোঁ।
কাৰণ মোৰ ওঁঠত কাহানিও গুড়ি-পৰুৱা বগোৱা
মনত নাই মোৰ।
গোন্ধ আছিলনে নাই মনত নাই।
এদিন ৰাতি দেখিলোঁ
মায়ে সেন্দূৰ সানি থৈছে। ৰঙা।
সেই ৰাতি মোৰ ভয় লাগিছিল।
মোৰ ভয় লাগিছিল
গাখীৰৰ ৰং সলনি হ'ল বুলি।
সেইটোৱেই প্ৰথম ভয়
ৰং সলনি হোৱাৰ ভয়।

**দেৱপ্ৰতীম শইকীয়া**
মাজুলী

# শৰৎ তোমাক স্বাগতম

ভাঁহি আহিছে এটি চিনাকি গোন্ধ
হয়তো সেয়া শেৱালিৰ গোন্ধ,
আগমনিৰ আগলি বতৰা দিবলৈ
শেৱালিজোপাও ফুলি উঠেছে
হয়তো এইয়াই শৰতৰ আগমন।
নদীৰ পাৰত কঁহুৱা হালিছে নাচিছে
কঁহুৱাজাকৰ নাচোন দেখি,
মন-প্ৰাণ আপ্লুত হৈ পৰিছে
হয়তো এয়াই শৰতৰ আগমন।
সকলো আকৌ সাজু হৈছে
আই দশভুজাক আদৰিবলৈ
আই দুৰ্গা হেনো মাকৰ ঘৰলৈ আহিছে
প্ৰকৃতিৰ বুকুলৈ আকৌ এবাৰ
ঋতুৰাণী শৰৎ আহিছে।

**বিশাল শইকীয়া**
যুটীয়া সম্পাদক
চামগুৰি তিনিআলি দুৰ্গাপূজা উদ্‌যাপন সমিতি

# মা দুৰ্গা

হে মা দুৰ্গা
দুৰ্গতী নাশিনী
দূৰ কৰা মানৱৰ
কলিয়া মনটি।
দুৰ্গতীনাশিনী
দূৰ কৰা মানৱৰ
কু-কৰ্মৰাজি।
কু-কৰ্ম নাশিনী
মা দুৰ্গাদেৱী।
পৃথিৱীত শান্তি দিয়া
হে, মা
দস্যু-দানৱক নিধন কৰি।
শান্তি দিয়া
শক্তি দিয়া
মানৱৰ মনত বিৰাজ কৰা।
তুমি শক্তিদায়িনী
তুমিয়েই মা
বিশ্ব জননী, বিপদ তাৰিণী।
প্ৰণাম জনাওঁ হে মা
আমি পাপী মানৱ জাতি।

**প্ৰভাত চন্দ্ৰ দাস,** চামগুৰি

# দৰিদ্ৰতাৰ চোতালত সভ্যতাৰ হাঁহি

এখন দৰিদ্ৰ গাঁৱত
এজাক শিশু আছিল
জীৱন সংগ্ৰামৰ তাগিদাত
অভিভাৱকসকলৰ ৰাজহাড়বোৰ
বেঁকা হৈ পৰিছিল
কোনো ভাগৰি পৰা নাছিল
শিশুবোৰক মানুহ কৰাৰ
সপোন দেখিছিল।
পাঁচমাইল আঁতৰত এখন পঢ়াশালি,
শিশুবোৰ তালৈ খোজকাঢ়ি গৈছিল।
এজাক শিশুৰ হাতেৰে
সভ্যতাৰ কঠীয়া সিঁচিছিল।
এজাক শিশুৰে
সকলোৰে অজানিতে
দিগন্ত চুইছিল।
তাহানিৰ শিশুবোৰে
গঢ় দিছে পঢ়াশালি
য'ত মাচুলবিহীনভাৱে
প্ৰশিক্ষণ দিয়া হয়
মানুহ হোৱাৰ
আৰু কিছুয়ে খুলিছে চিকিৎসালয়
য'ত চেতনাহীন মানুহৰ
সংজ্ঞা ঘূৰাই অনা হয়
পাতিছে এখন মহান তীৰ্থস্থান
য'ত মানৱতাৰ ধৰ্মেৰে
মানুহক জীয়াই থাকিবলৈ
উদ্বুদ্ধ কৰা হয়।
দৰিদ্ৰ গাওঁখনত এতিয়া
সভ্যতাৰ হাঁহি বিৰিঙিছে
চৌদিশে।

**প্ৰিয়ঙ্কু শৰ্মা (পিঙ্কু)**
আমোলাপট্টি, নগাঁও

# বিনন্দীয়া

পূবৰ বেলিটিয়ে ভুমুকি মাৰিছে
ৰ'দ ফালি পোহৰৰ প্ৰাণ,
পুৱাতেই বিহগীয়ে কি গীত জুৰিছে
হৃদয় জুৰুৱা গান।
কুমলীয়া ফুলৰ সৰগী হাঁহিত
পখিলা ভোমোৰা যায় ভুল,
দুপৰৰ ৰ'দে মূৰ দাঙি ধৰে
পশ্চিমত হেৰাই ৰ'দৰ ফুল।
গছ বন লতা চৰাই চিৰিকতি
প্ৰকৃতিৰ দুদিনীয়া ক্ষণ,
বিনন্দীয়া পৃথিৱী বিনন্দীয়া সময়
ক'ত পাম এই মানৱী জনম?

**অংশুমান শইকীয়া**
গুৱাহাটী, স্বৰ্গীয় বীৰেন বৰাৰ নাতি

# এটি কাহিনী শৰতৰ

কুঁৱলী ফালি আকাশত এচমকা পোহৰ
চৰাই-চিৰিকতিৰ কিচিৰ-মিচিৰ মাতত
ধৰণীয়ে সাৰ পালে।
সূৰ্যৰ কিৰণ পৰি দুৱৰিত জিলিকি উঠিছে নিয়ৰ কণা
এইয়া যেন সৰগৰ কোনো নৃত্যৰত অপ্সৰাৰ
ডিঙিৰ পৰা খহি পৰা মুকুতা।

মুকলি আকাশ
ৰিব্ ৰিব্ বতাহে চুই যায় চৌপাশ
নৈ পাৰত কঁহুৱা ফুলিছে
সুকুমল দলিচা পাৰি শৰতক মাতিছে
দূৰণিৰ পৰা ভাঁহিছে এটি বনৰীয়া চিফুঙৰ সুৰ
কোনোবা গৰখীয়াই চাগে দুখ উজাৰিছে...

সন্ধিয়া লাগিছে...
তিনিবছৰ আগতে ৰোৱা পদূলিৰ শেৱালি জোপাই
বগা সাজযোৰ পিন্ধি লৈছে
তোলৈ মনত পৰি বুকুখনে হাঁহাঁকাৰ কৰি উঠিছে
ঠিক সেই গৰখীয়াৰ দৰে।
সন্ধিয়া জোনাক ভৰা আকাশলৈ চাই মই বহি আছো
শৰতৰ ৰাগিত সকলো পাহৰিব খুজিছো...
মতলীয়া হব খুজিছো...

**গুণকান্ত গঞ্জু**
শিৱসাগৰ

# নিলিখা শীতৰ কথা

১
কবিতাই কবিতালৈ ওৰেতো ৰাতি বাট চাই থাকে
সেইদিনা কবিতা ঘৰলৈ নাহে
ছোঁ মাৰি চুই চাম
ভাবি আছো
ইমান নিৰাভৰণ
ইমান কৰুণ
দেখিছা ( ! )

২
দেখাক দেখিবলৈ কেনে লাগে
নেদেখাই সেইকথাকে ভাবি থাকে
ওচৰলৈ আহা
নেদেখাকৈয়ে চুই চাম।

৩
শূন্যতাৰ কি থাকে ( ? )
মই দ'লৈকে খেপিয়াই চাওঁ
এপাহ সৰু ফুল
আৰু অনেক নিঃসংগতা।

**ইন্দ্ৰনীল গায়ন**
মূঢ়ানী, পুৰণিগুদাম

মই ছয় বছৰ বয়সৰ পৰাই দেউতাৰ লগত পূজা কেইদিনত ৰাতিপুৱাৰ পৰা ৰাতিলৈকে পূজামণ্ডপত থাকি পূজাৰ সকলো দায়িত্ব পালন কৰিছিলো। দেউতাৰ লগত ষষ্ঠীৰ দিনা ৰাতিপুৱা গৈ নগাঁৱৰ কামাখ্যা ভাণ্ডাৰৰ পৰা পাঁচদিনীয়া পূজাৰ সকলো সামগ্ৰী ক্ৰয় কৰিছিলো।

# চামগুৰি দুৰ্গাপূজা আৰু দেউতা

**ভায়'লিনা বৰা**

চামগুৰি তিনিআলি দুৰ্গাপূজাভাগ আমাৰ পৰিয়ালৰ এটি অবিচ্ছেদ্য অংগ। দেউতাৰ পৰা জানিব পাৰিছিলো দুৰ্গাপূজাভাগ আমাৰ আজু ককা, ককা, বৰদেউতা ( উঁপেন বৰা) ক্ৰমান্বয়ে আগভাগ লৈ পৰিচালনা কৰি আহিছিল। বৰদেউতা ঢুকোৱাৰ পিছত দেউতাই পূজাভাগৰ পৰিচালনা কৰিছিল। মই ছয় বছৰ বয়সৰ পৰাই দেউতাৰ লগত পূজা কেইদিনত ৰাতিপুৱাৰ পৰা ৰাতিলৈকে পূজামণ্ডপত থাকি পূজাৰ সকলো দায়িত্ব পালন কৰিছিলো। দেউতাৰ লগত ষষ্ঠীৰ দিনা ৰাতিপুৱা গৈ নগাঁৱৰ কামাখ্যা ভাণ্ডাৰৰ পৰা পাঁচদিনীয়া পূজাৰ সকলো সামগ্ৰী ক্ৰয় কৰিছিলো। দেউতাই মা, বৰমা, বাহঁতৰ দ্বাৰা নাৰিকলৰ লাৰু বনোৱাইছিল যি লাৰু পূজা কেইদিনত মণ্ডপত অহা সকলো ভক্তক চাহৰ লগত দিছিল। ২০১৩ চনৰ মে' মাহত দেউতা স্বাৰ্গগামী হয়। দেউতা ঢুকোৱাৰ পিছত মোৰ ভাইটি ভাস্কৰজ্যোতি বৰাই পূজা কমিটিৰ মুখ্য সম্পাদকৰ দায়িত্ব লৈ পূজাভাগৰ পৰিচালনা কৰি আছে। ২০১৪ চনত কমিটিৰ সকলো সদস্যৰ প্ৰচেষ্টা আৰু মোৰ স্বামী গৌতম শইকীয়াৰ সহযোগত প্ৰথমবাৰ পূজা কেইদিন ৰাস্তাৰ দুয়োকাষে বৈদ্যুতিক আলোকসজ্জাৰ ব্যৱস্থা কৰা হৈছিল। যি পূজাভাগৰ সৌন্দৰ্য বৰ্ধনৰ অন্য এক মাত্ৰা প্ৰদান কৰে। প্ৰত্যেক বছৰে এই পূজাভাগৰ এক নতুনত্ব ৰূপ দিয়াৰ চেষ্টা কৰা হৈছে। দুৰ্গাপূজাৰ দিনকেইটাত দেউতাৰ বহুত অভাৱ অনুভৱ কৰো। দুই-তিনি শাৰীতে এই পূজাভাগৰ কথা লিখি শেষ কৰিব পৰা নাযায়। সময়ৰ সোঁতত উটি আহি এই পূজাভাগ এই বছৰ ১২৫তম্ত উপনীত হ'লহি। মা দুৰ্গাৰ চৰণত সেৱা জনাওঁ যে সমূহ চামগুৰিবাসী ৰাইজক অনন্ত কাললৈ এই পূজাভাগ এইদৰে অনুষ্ঠিত কৰিবলৈ মায়ে আশীৰ্বাদ প্ৰদান কৰে। ▣

।। জয় মা দুৰ্গা।।

আকাশত শুকুলা মেঘৰ পয়োভৰ, বতাহত শেৱালি ফুলৰ মন-প্ৰাণ হৰি নিয়া আমোলমোল সুৱাস...ৰ'দঘাই অলস দুপৰীয়াটোৱে বহু আগতীয়াকৈয়ে জাননী দিয়ে... 'দুৰ্গা মা' ধৰালৈ অহাৰ সময় আহি পালেহি।

# চামগুৰি তিনিআলিৰ 'দুৰ্গাপূজা', মই আৰু মোৰ সময়

**পাপু দাস**
লেফ্‌টিবেছ, মুম্বাই

আকাশত শুকুলা মেঘৰ পয়োভৰ, বতাহত শেৱালি ফুলৰ মন-প্ৰাণ হৰি নিয়া আমোলমোল সুৱাস...ৰ'দঘাই অলস দুপৰীয়াটোৱে বহু আগতীয়াকৈয়ে জাননী দিয়ে... 'দুৰ্গা মা' ধৰালৈ অহাৰ সময় আহি পালেহি।

মুম্বাইত বহি থাকিয়েই মোৰ মনটো 'টাইম মেছিনত' উঠি ঘূৰি গৈছেগৈ মোৰ শৈশৱলৈ... নামিছেগৈ কলঙৰ পাৰত, 'চামগুৰি' আইজনীৰ কোলাত.. !

মোৰ দেউতা বৰালীগাঁৱৰ আৰু মাই ফুকনটোলৰ, সেই হিচাপে মই চামগুৰিৰ চুপাৰ লোকেল আছিলোঁ।

'পাৰুল হেই...হীৰা'...

কোনোবা এদিন গধূলি দেউতা আৰু মাইৰ নাম ধৰি এটা তেনেই আপোন যেন লগা মাতে আমাৰ আগচোতালখন ৰজনজনাই তুলিছিল। বীৰেণ মামা আহিছে, পূজাৰ চান্দা নিবলৈ। মাই ককায়েক আৰু দেউতাৰ বন্ধু হোৱাৰ সুবাদত আমাৰ ঘৰখনত মামাৰ অবাধ গতি। নিৰ্দিষ্ট পৰিমাণৰ বৰঙণিটো লিখি থৈ অহাবাটে উভটিছিল মামা... কিমান যে কাম পৰি আছে, মূৰ্তি অনাৰ পৰা পুৰোহিত ঠিক কৰালৈ। মোৰ দৃষ্টিত পূজাখনৰ বাবে মামা অলমষ্ট 'ওৱান মেন আৰ্মি'ৰ দৰেই আছিল। এইখনেই হ'ল চামগুৰি তিনিআলিৰ 'দুৰ্গা পূজা'... আমাৰ মানৰ পূজা, আমাৰ প্ৰাণৰ পূজা।

ষষ্ঠীৰ দিন... আমাৰ ঘৰৰ ওচৰৰ দ্বিতীয়খন পূজাৰ মাইকৰ পৰা ৰিণি ৰিণি ভাঁহি আহিছে ভজন আৰু মন্ত্ৰোচ্ছাৰণৰ শব্দ। লগে লগেই যেন মোৰ অঘোষিত ডিউটি আৰম্ভ হৈ গ'ল... ডাঙৰ মামাই তাৰ চামগুৰি তিনিআলিত থকা দোকানৰ বাহিৰত

টিঙৰে বেঢ়ি এখন খেলনাৰ দোকান দিছে আৰু সেই অস্থায়ী দোকানখনৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত। কাজেই মই ঘৰৰ পৰা চামগুৰিলৈ বুলি খোজ লৈছো। এয়া গৰুবাটৰ পূজাৰ সন্মুখতো বিধে বিধে দোকান... দুলুদাৰ দোকানত খেলনা পিষ্টিল, বেলুন, ধনটি দাৰ ঘুগুনীৰ দোকান... সকলো পাৰহৈ লাহে লাহে মই এইয়া তিনিআলিৰ বকুলজোপাৰ তলৰ 'পাপু এন্টাৰপ্ৰাইজ' পালোহি। ভিতৰৰ কাউণ্টাৰত ডাঙৰ মামা...

'বাবা...মা...আইজনী'... চিৰাচৰিত ধৰণে মৰমলগা সম্বোধনবোৰ, ধুনীয়া ব্যৱহাৰৰ লগত গাঁঠি ডাঙৰ মামাই মানুহক বস্তু বেচিছে। ক'ব নোৱাৰাকৈয়ে মোৰ সৰু মনটোৱে ডাঙৰ মামাৰ মৌসনা মাতটো অনুকৰণ কৰিবলৈ ধৰিলে। বাহিৰৰ দোকানত ভাইটি মামা আৰু মই। সেয়া দুলাল মামাও আহি ওলাইছেহি, চাইকেলখন লৈ।

'মুনীন্দ্ৰ হেই... তোমাৰ বৰঙণিটো'...

ধূতি-গেঞ্জী পিন্ধি খৰখোজেৰে বীৰেণ মামা ডাঙৰ মামাৰ ওচৰত উপস্থিত হ'লহি।

'এইয়া দাদা'... বৰ সম্ভ্ৰমেৰে ডাঙৰ মামাই বৰঙণিটো বীৰেণ মামাৰ হাতত তুলি দিছে। প্ৰতি বছৰেই মই এই সময়টোলৈকে ৰৈ থাকো। কাৰণ ডাঙৰ মামাই অকাৰণত পইচা খৰছ কৰি খুব বেয়া পাইছিল। সেয়েহে পৰিয়ালত সবেই তাক 'কেৰেপা' বুলি জোকাইছিল। মই বুজিছিলো, আচলতে কষ্টত ডাঙৰ হোৱা ডাঙৰ মামাহঁতে প্ৰতিটো পইচাৰ মূল্য ভালকৈয়ে বুজি পাইছিল। পিছে সেই ডাঙৰ মামায়ো পূজাৰ বৰঙণি কিন্তু একেকোবেই পৰিশোধ কৰি দিছিল। মই সোধোঁতে সি কৈছিল... 'বাবা...আমাৰ পূজাকেইখনৰ মাহাত্ম্য আছে বুজিছ...। আনকি সুধীৰ মামা, অৰুন দা, মিন্টু দাহঁতেও তেওঁলোকৰ সৰু সৰু দোকানকেইখনৰ পৰাই তিনিআলিৰ পূজালৈ বুলি পাৰ্যমানে বৰঙণি আগবঢ়াইছিল...দিল চে।

'মা মহামায়াই আপোনালোকক কৃপা কৰক'... পূজা মণ্ডপৰ মাইকৰ পৰা বীৰেণ মামাৰ মাতটো ভাঁহি আহিছে। মই মণ্ডপলৈ বুলি আগবাঢ়ি লাহে লাহে আচু খুড়াৰ ফাৰ্মাচী আৰু বিজুলীকাইৰ চেলুন পাৰ হৈছো। এইয়া শ্যামল দাৰ কিতাপৰ দোকান, হৰি দা আৰু সোনটি দাৰ কাপোৰৰ দোকান পাৰ হৈ মই ৰৈছোহি বিদ্যা খুড়া আৰু মণি খুড়াৰ দোকানৰ ওচৰত। দিলীপ খুড়া আৰু বাবুল দাৰ মিঠাইৰ দোকান, বদনৰ চাট্ হাউচ পাৰ হৈ এইয়া মই বজাৰ ঘৰৰ পূজা মণ্ডপলৈ বুলি সোমাই গৈছোঁ... 'আহ! কি সুন্দৰ মূৰ্তি 'মাৰ'... মই সেৱা জনাইছোঁ... মাৰ চৰণ তলত... চামগুৰি তিনিআলিৰ পূজাত... এইবাৰ এশ পঁচিছ বছৰ সম্পূৰ্ণ কৰা আমাৰ প্ৰাণৰ পূজাখনত... কলঙৰ দৰেই অনন্ত কাললৈ বৈ থাকিবলগীয়া আমাৰ ঐতিহ্যমণ্ডিত পূজাখনত...!

অস্ মই দেখোন মুম্বাইতহে! তাৰমানে টাইম মেছিনটোৱে মোক পুনৰাই ঘূৰাই লৈ আহিল এতিয়াৰ সময়লৈ, মোৰ বৰ্তমানলৈ। হওক তেওঁ, পূজাৰ বিষয়ে লিখাৰ চলেৰেই মই আকৌ এবাৰ প্ৰাণভৰি জীয়াই ল'লো মোৰ বুকুৰ চামগুৰিত। ঘূৰিলো অলিয়ে-গলিয়ে, লগ পালোঁ আপোনজনক মনেৰেই। এয়াই 'মা মহামায়াৰ' আশীৰ্বাদ।

বাকী ভালে থাকক মোৰ চামগুৰি, চামগুৰিয়া... সকলো। বৈ থাকক একেদৰেই কলং, বুকুত উৰ্বৰতা লৈ, মৰমৰ মায়াময় প্ৰতীক হৈ। ▣

।। ব'ম ভ'লে ব'ম।।

২০২১ চনৰ পৰাই এই আলোচিত্ৰৰ প্ৰদৰ্শনীভাগ সদৌ অসম ভিত্তিত প্ৰদৰ্শনী প্ৰতিযোগিতা অনুষ্ঠিত কৰিম বুলি থিৰাং কৰা হ'ল। লাহে লাহে আমাৰ পূজাৰ বাজেটৰ পৰিমাণো বাঢ়ি আহিব ধৰিলে। এনেদৰেই ২০২২ চনতো একে ধাৰা অব্যাহত ৰখা হৈছিল।

# ১২৫ বছৰীয়া চামগুৰি তিনিআলি দুৰ্গাপূজা আৰু মোৰ কিছু স্মৃতি, কিছু অভিজ্ঞতা

**ডম্বৰু দাস (Sunny)**
চামগুৰি

"ঐ এইবাৰ দুৰ্গাপূজাত কি কি কিনিবি? মই আকৌ এইবাৰ পূজাত গুলি ফুটোৱা পিষ্টল আৰু চাবি দিয়া গাড়ী কিনিম। আবেলিলৈ বাবা আৰু মোৰ লগত তহঁতবোৰো ওলাবি পূজা চাবলৈ। বাবাই মোক আবেলিলৈ পূজা দেখুৱাবলৈ নিম বুলি কৈছে।"

এয়া সৰুতে হয়তো, এল. পি. স্কুলত পঢ়ি থকা সময়ৰ মোৰ আৰু গাঁৱৰ লগৰ ল'ৰাবোৰৰ সপ্তমী পূজাৰ দিনা ৰাতিপুৱা হোৱা কথোপকথন।

সৰুতে বাবা (দেউতা)ৰ লগত যেতিয়া পূজা চাবলৈ যাওঁ তেতিয়া মই চামগুৰিত হোৱা দুখন দুৰ্গাপূজাই চিনি পাওঁ, এখন হাঁহচৰা-বৰালি-ফুকানটোল পূজা আৰু আনখন চামগুৰি তিনিআলিৰ মাজমজীয়াত হোৱা পূজা। বাবাই (দেউতা) মোক আৰু লগতে গাঁৱৰ চাৰি-পাঁচজনমান লগৰীয়াক পূজা দেখুৱাবলৈ প্ৰত্যেক বছৰৰ পূজাতেই লৈ গৈছিল। আমি প্ৰথমে আমাৰ গাঁৱৰ পূজাভাগত সেৱা কৰি চামগুৰি পূজা চাবলৈ ঢাপলি মেলিছিলো। সৰুতে চামগুৰিত পূজা চাবলৈ যোৱা মানে আমাৰ মনত বৰ আনন্দ লাগিছিল কাৰণ তাত বিভিন্ন ধৰণৰ বেলুন, খেলনা বস্তুৰ দোকান, বিভিন্ন মিঠাইৰ দোকান আদি দিয়ে আৰু মই তাৰ পৰা সদায় গুলি ফুটোৱা পিষ্টল, পুতলা গাড়ী সেইবোৰ কিনিছিলো। পুতলা বন্দুক এটা ল'লে আৰু অলপ জেলেপী খাবলে পালে আমাৰ সকলো লগৰীয়া মন উৎফুল্লিত হৈ উঠিছিল। আমাৰ কাৰণে সেই সময়ত পূজা অৰ্থ সেইয়াই আছিল কিন্তু যেতিয়াই চামগুৰি পূজাভাগলৈ গৈছিলোঁ তেতিয়াই সদায় এজন মানুহক লক্ষ্য কৰিছিলো যি অনবৰতে পূজাৰ

বিভিন্ন কামত ব্যস্ত হৈ থাকে, যাৰ লগত মোৰ বাবাৰ বৰ ভাল সম্পৰ্ক আছিল। এবাৰ পূজাত বাবা লগত দুৰ্গতিনাশিনী মাক সেৱা কৰিব যাওঁতে বাবাই মোক সেই অন্ততো ব্যস্ত মানুহজনৰ লগত বীৰেন বৰদেউতা বুলি চিনাকি কৰাই দিছিল, তেতিয়া পৰাই মই তেওঁক বৰতা বুলি সম্বোধন কৰিবলৈ ল'লো।

সময়ৰ লগে লগে আমি সকলোবোৰ ডাঙৰ হ'লো। আমি আকৌ সেই সময়ত সাংঘাতিক ক্ৰিকেটপ্ৰেমী আছিলোঁ, যেতিয়া ওচৰৰ গাঁওবোৰৰ মাজত ক্ৰিকেট খেল হৈছিল, আমাৰ লগত বহুত ল'ৰা চিনাকি হৈছিল। তেনেকৈয়ে এদিন সেই ক্ৰিকেট খেলবোৰৰ মাজতেই মই মোৰ অন্তৰংগ মোৰ বন্ধু ভাস্কৰক লগ পাইছিলোঁ। লাহে আমাৰ মাজত ঘণিষ্ঠতা বাঢ়িব ধৰিলে আৰু পিছত গম পালো যে ভাস্কৰ-বীৰেন বৰতাৰে ল'ৰা বুলি।

২০০৮ মোৰ বাবা (দেউতা) ঢুকাইছিল আৰু বাবাৰ সোঁৱৰণিতে ২০১২ চনৰ দুৰ্গাপূজাত বৰতাৰ লগত কথা পাতি মৰিগাঁও তেলাহিৰ বাবুলি কলিতা নামতি দলক নিমন্ত্ৰণ জনাইছিলো নৱমীৰ সন্ধিয়াৰ নাম পৰিৱেশন কৰিবৰ বাবে। তেওঁলোকৰ নামৰ মধুৰ ৰসে আমাৰ পূজাৰ মণ্ডপভাগত লোকে লোকাৰণ্য কৰি পেলাইছিল, তেতিয়া বৰতাই মোৰ ওচৰলৈ আহি মোক ধৰি কৈছিল— "Sony (বৰতাই মৰমত মাতিছিল) তোমাৰ দেউতাৰ মনটো বহুত ভাল আছিল যে সেইকাৰণে তেওঁৰ সোঁৱৰণীত দিয়া নামত মানুহ দেখিছা, আমাৰ পূজাত কেতিয়াও এনেকুৱা মানুহ মণ্ডপত ৰৈ ৰৈ নাম শুনা মই দেখা নাছিলো বুলি বৰতাই মোক কৈছিল আৰু লগতে কৈছিল যে তোমাৰ দেউতাৰাই ওপৰৰ পৰা চাই বৰ সুখ পাইছে বুইচা।" সেই বৰতাই কোৱা কথাখিনি মোৰ কাণত আজিও বাজি থাকে।

২০১৩ চনৰ ১৯ মে'ৰ ৰাতিপুৱা কথা। ভাস্কৰে ফোন কৰি ক'লে— "দেউতাই দেখোন মাত দিয়া নাই ঐ তই সোনকালে আহচোন।" লগে লগে বিচনাৰ পৰা জাপ মাৰি উঠি তাৰ ঘৰ গৈ যাবলৈ আমাৰ লগৰ গোটেই কেইটাই ওলালো, কিন্তু বৰতা আমি গৈ পোৱালৈ আমাৰ মাজৰ পৰা গুছি গৈছিল। আমি লগৰখিনিয়ে এটা কথা উপলব্ধি কৰিলোঁ যে আমি আমাৰ আৰু এজন অভিভাৱক হেৰুৱালো, কাৰণ বৰতাই আমাক মৰমৰ লগতে শাসনো কৰিছিল। বৰতাই আমাক যি মৰম আৰু অনুশাসনৰ মাজত ৰাখিছিল সেয়া কেতিয়াও পাহৰিব নোৱাৰিম।

সেই বছৰৰ পৰাই চামগুৰিৰ পূজাভাগ অনুষ্ঠিত কৰাৰ দায়িত্বভাগ আমাৰ ওপৰতে আহি পৰিল, সেই বছৰ বীৰেন বৰতা অবিহনে পূজাভাগ অনুষ্ঠিত কৰাটো আমাৰ কাৰণে সাংঘাতিক প্ৰত্যাহ্বনমূলক কাম আছিল কাৰণ বীৰেণ বৰতাই যিখিনি কষ্ট কৰি এই পূজাভাগ পাতিছিল সেয়া হয়তো আমি গোটেইবোৰ লগ লাগিও কৰিব নোৱাৰিম বুলি জানিছিলো যদিও মনতে প্ৰতিজ্ঞা লৈছিলো যে বৰতাৰ দৰে পূজাৰ কামবোৰ নিয়াৰিকৈ আগুৱাই নিবলৈ চেষ্টা কৰিম। সেই বছৰ আমি বীৰেন বৰতা অবিহনে প্ৰথম পূজা অনুষ্ঠিত কৰিবলৈ আগবাঢ়িলো।

মোৰ সতীৰ্থ ভাস্কৰে মণ্ডপৰ বাহিৰৰ পৰাই দিহা-পৰামৰ্শ দি কামবোৰ কেনেকৈ কৰিব লাগে আমাক কৈ আছিল যিহেতু বৰতা ঢুকুৱা ১ বছৰ

হোৱা নাছিল কাৰণে সি পূজা মণ্ডপৰ বাহিৰৰ পৰা সকলো কাম তদাৰক কৰি আছিল আৰু মণ্ডপৰ ভিতৰত ভাস্কৰৰ সৰু বায়েক দাদু (ভায়'লিনা) আৰু গৌতমদাই আমাক কেনেকৈ কি কৰিব লাগে নীতি-নিয়মবোৰ শিকাই গৈছিল।

এনেকৈ আমি ২০১৩ চনৰ বীৰেন বৰতাৰ অবিহনে প্ৰথম পূজাভাগ অনুষ্ঠিত কৰিছিলোঁ।

বীৰেন বৰতাৰ অবিহনে আমি এক অভিভাৱকহীন পৰিস্থিতিৰ সৈতে মোকাবিলা কৰিবলৈ আগবাঢ়িছিলো। আমাৰ কষ্ট হৈছিল, কিন্তু আমি সফল হৈছিলো। পূজাখনৰ ঐতিহ্য আৰু সৌন্দৰ্য যাতে ম্লান হৈ নপৰে তাৰ কাৰণে আমি সচেতন আছিলো। এইক্ষেত্ৰত মোৰ বন্ধু ভাস্কৰৰ কৰ্মোদ্যম, ত্যাগ আৰু নেতৃত্বক আমি সকলোৱে প্ৰশংসা কৰো। বৰতা আমাৰ মাজত নথকাৰ দিনবোৰত কিদৰে ভাস্কৰে বৰঙণিৰ ৰচীদ বহী প্ৰিন্ট কৰাৰ পৰা, পেণ্ডেলৰ ব্যৱস্থা, চাফাই কৰ্মীসকলক নিয়োজিত কৰালৈকে, সৰু-ডাঙৰ সকলো কাম নিয়াৰিকৈ কৰি নিয়াতো মই দেখিছো। পূজাৰ দিনকেইটাত পূজাৰ হৰ্ষোল্লাসৰ মাজত থাকিও পিতৃহীনতাৰ দুখ মনত লৈ, নিৰামিষ ভোজন কৰি, এশ শতাংশই কিদৰে পূজাখনৰ লগত একাত্ম হৈ থাকে সেয়া মই দেখিছো, শিকিছো। বন্ধু হিচাপে মই গৌৰৱান্বিত। ভাস্কৰৰ লগত মই প্ৰতি মুহূৰ্ততে আছো আৰু থাকিম।

২০১৪ চনৰ কথা সেই বছৰ মোৰ ঘৰৰ ওচৰৰ হাঁহচৰা-বৰালিগাওঁ আৰু ফোকনটোল পূজাভাগে ১০০ বছৰত ভৰি দিয়াত খুব ধুনীয়া আয়োজন কৰিছিল। সেই বছৰে আমাৰ সকলো লগৰখিনীয়ে আলোচনা কৰিলো যে এইবাৰ যিহেতু ফুকনটোল পূজাভাগ ১০০ বছৰ হোৱা হেতুকে ইমান ওলহ-মালহেৰে আয়োজন কৰিছে আমাৰ চামগুৰিত অঞ্চললৈ বিভিন্ন ঠাইৰ পৰা ভক্তগণৰ সমাৰেশ ঘটিব আৰু লগতে আমাৰ পূজাখনো চাবলৈ বিভিন্ন ভক্ত আহিব, সেইবাবেই আমিও আমাৰ পূজাভাগ অলপ বেলেগ কৈ সজোৱাৰ পৰিকল্পনা কৰিলোঁ, তেতিয়া আমাৰ এজন অভিভাৱক গৌতম দা (ভাস্কৰৰ ভিনদেউ) আমাক সাহস দি ক'লে যে তেওঁৰ গুৱাহাটীৰ পৰা লাইটৰ বোৰ্ড অনাৰ কথা। সেইবাবে গৌতম দাৰ সাহসত আমি ২০১৪ চনত প্ৰথমবাৰৰ কাৰণে চামগুৰি পূজাত লাইটৰ বোৰ্ড লগাই, এক নতুন ৰূপত পূজাখনক আলোকসজ্জাৰে জিলিকাই তুলিছিলো। এনেকৈ আমি প্ৰতি বছৰে পূজাভাগ জাকত জিলিকা কৰি তুলিবলৈ আমি চেষ্টা কৰিছিলোঁ। ২০১৯ চনলৈকে একেদৰেই পূজাভাগ চলি থাকিল, ৰঙীন পোহৰেৰে আলোকিত হৈ।

২০১৯ চনত সেইবছৰৰ পূজা অসমীয়া লোককৃষ্টি আৰ্হিত মূল মণ্ডপভাগ বনাম বুলি থিৰাং কৰিলোঁ আৰু অসমীয়াৰ মান গামোচা-শৰাই আদিৰ আৰ্হিত আমাৰ মণ্ডপভাগ বনোৱা হ'ল আৰু মণ্ডপৰ সন্মুখভাগত আমি অসমৰ জাতীয় প্ৰতীক এঠেঙীয়া গঁড়ৰ মূৰ্তি এটা ৰাখিলোঁ, সেইবছৰৰ পূজাৰ পৰাই আমাৰ পূজাখনৰ লগত চামগুৰি অঞ্চলৰ কেইজনমান মানুহ আৰু ভাইটি-ভণ্টি জড়িত হৈ পৰিল, সিহঁতৰ কাৰ্য-কুশলতাৰে দ্বাৰাই আটকধুনীয়াকৈ গঁড় ৰখাৰ লগতে এক নতুন মাত্ৰা যাক দেখা মাত্ৰকেই সকলোৱে সিহঁতক প্ৰশংসাত উপচাই পেলালে। এনেকৈয়ে সেই

বছৰৰ পৰাই সিহঁতকেইটাও আমাৰ পূজাৰ অবিচ্ছেদ্য অংগ হৈ পৰিল।

২০২০ চনৰ কৰোণা মহামাৰীয়ে গোটেই পৃথিৱীত মহাপ্ৰলয়ৰ সৃষ্টি কৰিলে, সেই বছৰ পূজা আয়োজন কৰিবলৈ বিভিন্ন SOP জাৰি কৰিলে চৰকাৰে, মাৰ পূজাভাগ আমি যিকোনো প্ৰকাৰে আয়োজন কৰিবই লাগিব, সেয়েহে আমি সকলো ধৰণৰ সাৱধানতা অৱলম্বন কৰি আমি পূজা পাতিম বুলি থিৰাং কৰিলে। কৰোণা মহামাৰীৰ ওপৰত সংগতি ৰাখি প্ৰদৰ্শনী কৰিম বুলি ভাইটি আৰু ভন্টি ভাস্কৰ (W), প্ৰত্যুষ (চনো), বিভূতি, নিহাল, দেৱাশিষ, ৰিতু, দীপ দা, বঞ্জুহঁতক কোৱাত সিহঁতে সুন্দৰকৈ কৰোণা মহামাৰীৰ লগত সংগতি ৰাখি এটি প্ৰদৰ্শনী কৰিম বুলি ক'লে। সেইবছৰৰ পৰা সিহঁতে নতুনত্ব এটা আনিবলৈ আলোকচিত্ৰ প্ৰদৰ্শনী (Photography exhibition) কৰিম বুলি কোৱাত আমি সকলোৰে সন্মতি জনালোঁ আৰু সিহঁতেও আমাৰ পৰা উৎসাহ পাই বিভিন্ন ব্যক্তিৰ পৰা আলোকচিত্ৰসমূহ সংগ্ৰহ কৰি প্ৰদৰ্শনী অনুষ্ঠিত কৰিলে।

তাৰ পিছৰ বছৰ ২০২১ চনৰ পৰাই এই আলোচিত্ৰৰ প্ৰদৰ্শনীভাগ সদৌ অসম ভিত্তিত প্ৰদৰ্শনী প্ৰতিযোগিতা অনুষ্ঠিত কৰিম বুলি থিৰাং কৰা হ'ল। লাহে লাহে আমাৰ পূজাৰ বাজেটৰ পৰিমাণো বাঢ়ি আহিব ধৰিলে। এনেদৰেই ২০২২ চনতো একে ধাৰা অব্যাহত ৰখা হৈছিল।

আমাৰ এই পূজাভাগত অৰ্থনৈতিক দিশটোত সহায় তথা পৰামৰ্শ আগবঢ়োৱা আমাৰ লগত প্ৰতিটো সময়ত অভিভাৱকৰ দৰে থকা সন্মানীয় বিধায়ক শ্ৰদ্ধাৰ শ্ৰীৰকিবুল হুছেইন ডাঙৰীয়া আৰু লগতে মোৰ মৰমৰ দাদা আৰু বন্ধু কেইজনমানৰ নাম উল্লেখ নকৰিলে ভুল হ'ব। সেইকেইজন ক্ৰমে হ'ল— শ্ৰীগৌতম ডেকা (ফুলগুৰি), শ্ৰীবুলতন বৰা (লক্ষিমপুৰ বগী নদী), শ্ৰীজীৱকান্ত দাস (দেৰগাঁও), শ্ৰীঅৰূপ কলিতা (লক্ষিমপুৰ), শ্ৰীআদিত্য শৰ্মা বৰুৱা (লক্ষিমপুৰ), শ্ৰীমুকুট শৰ্মা (ফুলগুৰি)। এনেদৰেই আপোনালোক সকলো আমাৰ লগত সদায় ছাঁটোৰ দৰে থকাৰ বাবে মোৰ অন্তৰৰ পৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

শেষত মোৰ এই লেখাটোত 'আমি' শব্দটোৰ আঁৰত সোমাই থকা ব্যক্তিকেইজন হ'ল ক্ৰমে— ভাস্কৰ, বিকাশ, গোলজাৰ, বিশাল, ৰঞ্জিত দা, চিবানু, মৌছিন, আকাশ, জ্যোতিময়, জিতু, সাগৰ, মানৱ, দ্বীপ, অচিত, দিব্য, মণিকমল ইত্যাদি। আৰু আমি গোটেই লগ লাগি পূজাভাগ সুকলমে চলাই নিবলৈ চেষ্টা কৰো। আমাক যাতে এই পূজাভাগ অনুষ্ঠিত কৰিবৰ কাৰণে দুৰ্গা মায়ে এনেকৈ আশিস প্ৰদান কৰে তাকে কামনা কৰিলো। ▣

# চামগুৰি দুৰ্গা পূজা

**শিৱানু দাস**
যুটীয়া সম্পাদক
চামগুৰি তিনিআলি সাৰ্বজনীন দুৰ্গা পূজা
উৎসৱ উদ্‌যাপন সমিতি

"য়া দেৱী সৰ্বভূতেষু শক্তিৰূপেন সংস্থিতা
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ।।"

সৰুৰে পৰাই পূজা বুলি ক'লে এটা আনন্দময়, চাৰিওফালে উখল-মাখল পৰিৱেশৰ কথা মনলৈ আহে। মা-দেউতাৰ হাতত হাত ধৰি, এখন হাতত পুতলা, পিষ্টল আনখন হাতত পুতলা গাড়ী লৈ চামগুৰিত পূজা চোৱা মনত আছে। ক্ৰমান্বয়ে সময়বোৰ পাৰ হৈ গৈছিল, আমিবোৰো ডাঙৰ হৈ আহিছিলো। তাৰ পিছত লগ পাইছিলো চামগুৰি দুৰ্গা পূজাৰ সভাপতি ঁবীৰেন বৰা ডাঙৰীয়া, মোৰ শ্ৰদ্ধাৰ বৰদেউতা। বৰদেউতাৰ লগত মই দুবছৰ পূজাত লাগি আছিলো। এই দুটা বছৰ বৰদেউতাৰ লগত থাকি বহুত কথা শিকিলো, বুজিলো যে ইমান এটা ডাঙৰ অনুষ্ঠান পাতিবলৈ টকা-পইচাৰ লগতে বহুতো মানুহ আৰু বহুতো সামগ্ৰীৰ প্ৰয়োজন হয়। তাৰ পিছত বৰদেউতাৰ লগত দেওবৰীয়া বজাৰত বৰঙণি তোলা মনত আছে। বৰদেউতাৰ হাতত এটা কলম আৰু এখন বহী আৰু পিছে পিছে আমিবোৰ বৰঙণি তোলা মানুহ। বৰঙণি তুলি দুপৰীয়া সকলোকে ভাত খুৱাইছিল। সঁচাই ভাবিলে আচৰিত লাগে সময়বোৰ কেনেকৈ পাৰ হৈ গ'ল, সকলোবোৰ সলনি হৈ গ'ল সময়ৰ সোঁতত। ২০১৩ চনৰ ১৯ মে', নিয়তিৰ বিচাৰ, সময়ৰ আহ্বানত বৰদেউতা আমাৰ মাজৰ পৰা গুচি গৈছিল। 'বৰদেউতা য'তেই আছে ভালে থাকক, সুখত থাকক।'

বৰদেউতা গুচি যোৱাৰ পিছৰ পৰাই আমাৰ প্ৰজন্মৰ দলটোৱে পূজাখনত আগভাগ লৈছিলো আৰু প্ৰতি বছৰে দুৰ্গা মাৰ আশীৰ্বাদত আমি পূজাভাগ পাতি আহিছিলো। এই পূজাভাগ আহি আহি আজি ১২৫ বছৰত ভৰি দিলেহি। আমি সঁচাই গৌৰৱান্বিত ১২৫ বছৰীয়া এই পূজাভাগ অনুষ্ঠিত কৰিবলৈ পাই। প্ৰতি বছৰে আমি এই পূজাভাগ আটকধুনীয়াকৈ পাতিবৰ বাবে যথেষ্ট কষ্ট কৰি আহিছো। মা দুৰ্গা তুমি আশীৰ্বাদ কৰিবা, অনাগত দিনত চামগুৰিৰ পূজা অসমৰ ভিতৰত জাকতজিলিকা কৰি তুলিম। মা দুৰ্গাই সকলোৰে মংগল কৰক, সমাজৰ পৰা হত্যা, হিংসা, দুখবোৰ দূৰ কৰি সুখৰ বাৰ্তা বিলাই দিয়ক।

শেষত জয়তু চামগুৰি দুৰ্গা পূজা উদ্‌যাপন সমিতি। ▣

# চামগুৰিৰ দুৰ্গাপূজা আৰু মোৰ শৈশৱ

**মৃগাংক বৰা**, চামগুৰি

মহামায়া দেৱী দুৰ্গা আদিশক্তিৰ আধাৰ। আমাৰ মাজত অসূয়া শক্তি দমন কৰি শান্তিৰ বাৰ্তা কঢ়িয়াই আনে। পৌৰাণিক কালৰ পৰা আজুককাৰ দিনৰ পৰা পূজা-অৰ্চনা কৰি অহা কথা মই শুনিছো। হিন্দু ধৰ্মাৱলম্বী লোকৰ মাজত দুৰ্গাদেৱীৰ পূজা সদায় আগস্থান পাইছে।

কঁহুৱা ফুলাৰ বতৰত, শেৱালি ফুলৰ সুবাসত আহিনৰ সেউজীয়া পথাৰৰ দৃষ্টিনন্দন পৰিৱেশত দুৰ্গাদেৱীৰ পূজা চলি আহিছে।

সৰুতে মোৰ দেউতাৰ (ৰঞ্জন কুমাৰ বৰা) মুখেৰে শুনামতে ককাৰ প্ৰচেষ্টাতে সামাজিক-সাংস্কৃতিক দিশত পৰিকল্পনা কৰা কেতবোৰ গঠনমূলক চিন্তাই চামগুৰি তিনিআলি দুৰ্গা পূজাভাগ নিয়াৰিকৈ চলাই নিছিল। ককাই মোক লগত দোকানলৈ নি বেলুন, অন্যান্য সামগ্ৰী কিনি দিয়া মোৰ আজিও মনত আছে। হঠাৎ ২০১০ চনত ককাৰ মৃত্যুৰ পিছত বাবু খুৰাই (ভাস্কৰ জ্যোতি বৰা) আৰু তেওঁৰ বন্ধুবৰ্গৰ লগত মিলি ১০ বছৰ ধৰি জাকজমকতাৰে মানুহৰ মন জয় কৰি চামগুৰি তিনিআলি দুৰ্গাপূজা পাতি আহিছো। লগতে মই প্ৰত্যক্ষভাৱে প্ৰতি বছৰে জড়িত হৈ আহিছো। ১২৫ বছৰ গৰকা পূজাভাগত এইবাৰো জড়িত হ'ব পৰাটো মোৰ বাবে সৌভাগ্যৰ কথা। ১২৫ তম পূজাভাগ সাফল্যমণ্ডিত কৰি তুলিবলৈ আমি ৰাইজক কৰযোৰে প্ৰাৰ্থনা জনালো। ▣

# চামগুৰি সাৰ্বজনীন শ্ৰীশ্ৰীদুৰ্গা পূজা

প্ৰতিমাৰ পখালোঁ চৰণ, কিয়? তুমি নুবুজিবা সখি?  
কিনো বেদনাত  
ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি বিজয়াৰ  
বিফল সন্ধ্যাত!

— *দেৱকান্ত বৰুৱা*

বিগত ১২৪ বছৰৰ পৰা শাৰদীয় দুৰ্গা পূজা উদ্‌যাপন কৰি বৃহত্তৰ চামগুৰি অঞ্চলৰ ৰাইজক আধ্যাত্মিক আনন্দ দি অহা উদ্‌যাপন সমিতিৰ বিষয়ববীয়া আৰু কৰ্মকৰ্তাসকলক শ্ৰদ্ধা জ্ঞাপন কৰিলো। আমি দেখা দিনৰ পৰা প্ৰয়াত বীৰেন বৰাদেৱে গতিশীলতা প্ৰদান কৰি সাৰ্বজনীন ৰূপ দিয়াত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। অসমৰ গ্ৰামাঞ্চলত হোৱা দুৰ্গা পূজাসমূহৰ ভিতৰত চামগুৰি দুৰ্গাপূজা জাকত জিলিকা হোৱাৰ আঁৰত এতিয়াৰ নতুন প্ৰজন্মৰ বহুতো অৰিহণা আছে। ৰাষ্ট্ৰীয় ঘাইপথৰ কাষতে থকা বাবে মণ্ডপ আকৰ্ষণীয় আৰু আন আন ঠাইসমূহতকৈ দেখনীয় কৰি তুলিব লগাতো প্ৰয়োজনীয় হৈ পৰিছে। আমি সকলোৰে পূজাতে বন্ধু-বান্ধৱ লগ পাওঁ। চাৰিটা দিন কেনেদৰে পাৰ হয় গমকে নাপাওঁ। পাখি লগা কাড়ৰ দৰে সময়বোৰ পাৰ হৈ যায়। সদৌ শেষত মা দুৰ্গাই সকলোকে কুশলে ৰখাৰ কামনা কৰিলো।

সেৱাৰে—  
**অসীম বৰা**

শিকিবলৈ বৈ যোৱা কামবোৰ শিকি ল'বলৈ বা ভাল পোৱা কামবোৰ কৰিবলৈ মাজে সময়ে কিছুমান অজুহাতৰ প্ৰয়োজন হয়।

# ন-শিকাৰুৰ ন-প্ৰতিভা ঃ চামগুৰি তিনিআলিৰ দুৰ্গা পূজাৰ প্ৰদৰ্শনী আৰু আমাৰ সময়বোৰ

**প্ৰত্যুষ জ্যোতি দাস**
চামগুৰি

"ঐ পূজা আহি পালেহি। পূজা মানে ক'ত পূজা চাব যাম, কি কৰিম, কি পিন্ধিম সেয়া নহয় আকৌ দেই। পূজা আহি পালেহি মানে এইবাৰো আমি কিবা এটা কৰিব লাগিব। কিন্তু কি কৰিম?"

শিকিবলৈ বৈ যোৱা কামবোৰ শিকি ল'বলৈ বা ভাল পোৱা কামবোৰ কৰিবলৈ মাজে সময়ে কিছুমান অজুহাতৰ প্ৰয়োজন হয়। যিহেতু আমি সকলো নিজৰ নিজৰ জীৱনত ইমানেই ব্যস্ত যে কেতিয়াবা আমাৰ ভাললগা কামবোৰ কৰিবলৈয়ো সময়ৰ অভাৱ হয়। শাৰদীয় দুৰ্গোৎসৱক আমাৰ বাবে তেনে এটা অজুহাত বুলিয়ে ক'ব লাগিব।

২০২০ চনৰ ছেপ্টেম্বৰ মাহৰ কথা। দুৰ্গা পূজালৈ আৰু বেছি দিন নাই। কিন্তু, প্ৰত্যেক বছৰৰ দৰে সেইবাৰ দুৰ্গাপূজা মহামাৰী ক'ভিড -১৯ৰ কাৰণে বৰ বেছি উলহ-মালহেৰে উদ্‌যাপন কৰিব পৰা নাছিল। ওপৰত যে কৈছিলোঁ অজুহাত, এই অজুহাতৰ আৰম্ভণি ইয়াৰ পৰাই। চামগুৰি দুৰ্গাপূজাৰ সম্পাদক ভাস্কৰ দায়ে সৃষ্টিশীল কিবা কামৰ জৰিয়তে মানুহক কিবা প্ৰকাৰে আকৰ্ষিত কৰিব পাৰি নেকি তাৰে কথা ভাবি আমাৰ কেইজনমানক কিবা এটা কৰিব পাৰি নেকি তাৰে দায়িত্ব দিছিল। আমিও কথাখিনি ভাল পায় কিবা এটা কৰিম বুলি মনতে থিৰাং কৰিলোঁ। কি কৰিলে ভাল হ'ব বুলি আলোচনা কৰি বন্ধু ভাস্কৰ (W)ৰ প্ৰস্তাৱ অনুসৰি এখন আলকচিত্ৰ প্ৰদৰ্শনীৰ লগতে ক'ভিড মহামাৰীয়ে বিশ্বব্যাপি কৰা ক্ষতি সাধন আৰু এই মহামাৰীৰ পৰা হাত সাৰিবলৈ ল'বলগীয়া সাৱধানতা ওপৰত ভিত্তি কৰি এটা আৰ্হি প্ৰস্তুত কৰিবলৈ চেষ্টা কৰিছিলো। কাম আৰম্ভ হৈ গ'ল কৰি গৈ থাকিলোঁ কিন্তু এই ক্ষেত্ৰখনত আমি আছিলোঁ একেবাৰেই নতুন সেই বাবে আমি ভবামতে কামবোৰ সম্পূৰ্ণ কৰিব নোৱাৰিলোঁ আৰু বৰষুণেও আমাক বাৰুকৈ বিপদত পেলালে। সকলোৰে মিলি কৰা নতুনকৈ কিবা এটা কৰাৰ লগতে শিকাৰ সুযোগটোৱে আমাক প্ৰত্যেকজনকে যি আনন্দ দিছিল সেইয়া আমি কেতিয়াও কথাৰে প্ৰকাশ কৰিব নোৱাৰিম আৰু কামৰ মাজতে হাঁহি-ধেমালিবোৰটো আছেই। গতিকে এনে কামবোৰৰ প্ৰথম অভিজ্ঞতা হিচাপে সেই বৰ্ষতো আমাৰ সকলোৰে বাবে অতিকৈ বিশেষ।

বছৰ পাৰ হ'ল আকৌ আহি পালে ২০২১ চনৰ দুৰ্গাপূজা। আকৌ ঠিক বিগত বৰ্ষটোৰ দৰে এই বছৰো পূজা উদ্‌যাপনৰ সমান্তৰালকৈ আকৌ আমাক দ্বায়িত্ব দিলে নতুন কৈ কিবা এটা কৰাৰ। এইবাৰো আমি আলোচিত্ৰ প্ৰদৰ্শনীৰ লগতে অসম গৌৰৱ তথা অসমৰ প্ৰাচীন লোককলা মাজুলীৰ মুখা শিল্পক আধাৰ হিচাপে লৈ দুখন মুখা আমি নিজ হাতেৰে বনাই প্ৰদৰ্শন কৰিবলৈ চেষ্টা কৰিলোঁ। লগতে সেই বছৰতে হোৱা মাজুলীৰ ফেৰী দুৰ্ঘটনাৰ ফলত হোৱা বহু লোকৰ মৃত্যু, এখন দলংৰ অভাৱত কিদৰে মাজুলীবাসীয়ে যাতায়তৰ ক্ষেত্ৰত হাৰাশাস্তি ভুগিবলগীয়া হৈছে ইত্যাদি সমস্যাবোৰ দৃষ্টিগোচৰ কৰি এক প্ৰতিবাদী দৃষ্টিভংগীৰে এটা অৰ্হি আমি প্ৰস্তুত কৰি দেখুৱাবলৈ চেষ্টা কৰিলোঁ। এই আৰ্হি দুটা প্ৰস্তুত কৰাত আমাৰ মূল উদ্দেশ্য আছিল, মাজুলীৰ মুখাশিল্পক আমাৰ মাজত জীয়াই ৰখাৰ লগতে নৱ প্ৰজন্মক এই শিল্প শিকাৰ প্ৰতি আগ্ৰহ জন্মোৱা। এই কামখিনি কৰিবলৈ প্ৰথমে দিনৰ ভাগত আৰম্ভ কৰিলোঁ। কিন্তু নাই, নোৱাৰি ইমান গৰম গতিকে এই কাম আমি ৰাতিৰ সময়ত কৰিবলৈ আৰম্ভ কৰিলোঁ। বৰ কষ্ট ৰাতিৰ কাম কিন্তু গৰমৰ পৰা পৰিত্ৰাণ পাবলৈ এই কষ্ট কান্ধপাতি ললোঁ। এইক্ষেত্ৰত আমি আকৌ এজন ব্যক্তিৰ কথা উল্লেখ কৰিব তেওঁ হ'ল আমাৰ মৰমৰ চানী দা। কি কি কৰা নাই মানুহ জনে। ৰাতি তিনি বজাত মুৰ্গী কিনি, আমনি (Amoni) লৈ গৈ বনাই আনি আমাক খুওৱাৰ ব্যৱস্থা কৰিছিল। যদিও হাঁহি উঠা কথা কিন্তু এই মৰমে আমাক বাৰুকৈয়ে আপ্লুত কৰে।

নৈখন আপোন। এই আপোন নৈখনৰ ওপৰতে ভিত্তি কৰি আমাৰ সভ্যতা, সংস্কৃতি, সাহিত্য ৰচিত হৈ আহিছে। সেয়ে এই নৈখনকে আধাৰ হিচাপে লৈ ২০২২ বৰ্ষত আমি নৈপৰীয়া সংস্কৃতি আৰু সাধুকথা নামক বিষয়বস্তুৰে এটা আৰ্হি প্ৰস্তুত কৰি উলিয়াইছিলো। এই আৰ্হিত আমি কেনভাচত হাতেৰে আঁকি উলিয়াইছিলো সৰুতে আইতাৰ মুখত শুনি ডাঙৰ হোৱা 'চিলনিৰ জীয়েকৰ সাধু' আৰু 'ঔ কুঁৱৰী'ৰ সাধু। আৰু অসমৰ লোক-সংস্কৃতিৰ এক অনবদ্য উপাদান নাও খেলকো আমি ছবিৰ মাধ্যমেৰে দেখুৱাবলৈ চেষ্টা কৰিছিলো। যাতে, আজিৰ নতুন প্ৰজন্মই আমাৰ এই আৰ্হিৰ জৰিয়তে পুনৰ সাধুৰ মাদকতালৈ ঘূৰি যাব পাৰে আৰু সভ্যতা, সংস্কৃতি, সাহিত্যত কিদৰে নৈখন প্ৰাসংগিক হৈ আছে তাৰ বিষয়ে জানিবলৈ আগ্ৰহী হৈ উঠে।

সমাজখনত সৃজনীশীল প্ৰতিভা বিকাশ কৰাই হ'ল আমি এই তিনি বছৰে কৰি অহা কামৰ মূল লক্ষ্য। এই যাত্ৰাত কিমান সফল হ'ব পৰিছো নাজানো, কিন্তু এই তিনি বছৰে কৰি অহা কামৰ জৰিয়তে আমি প্ৰত্যেকেই নতুন নতুন অভিজ্ঞতা আৰু দৃষ্টিভংগী আহৰণ কৰিব পাৰিছো। যি দৃষ্টিভংগীয়ে আমাকো যথেষ্ট পৰিমাণে জ্ঞান অৰ্জন কৰাত সহায় কৰিছে। এই ক্ষেত্ৰত আমাক প্ৰত্যেকটো দিশত সহায় কৰা চামগুৰি দুৰ্গাপূজাৰ আয়োজক কমিটি বিশেষকৈ ভাস্কৰ দা আৰু চানীদাৰ ওচৰত আমি চিৰ কৃতজ্ঞ। সঁচাকৈ পাৰ কৰি অহা এই দিনবোৰ মনত পৰিব। এই যাত্ৰাত আমিও ন-শিকাৰু। গতিকে আপোনালোকৰ সহযোগীতা আমাৰ সদায় কাম্য। ভৱিষ্যতেও যাতে আমি এনেধৰণৰ সৃষ্টিশীল কামৰ জৰিয়তে সমাজখনলৈ গঠনমূলক বাৰ্তা প্ৰেৰণ কৰাত কিঞ্চিৎ পৰিমাণে হ'লেও অৱদান আগবঢ়াব পাৰো তাৰ বাবে আমি সদায়ে চেষ্টা কৰি যাম। এই যাত্ৰাত আমি সদায় বিফল বুলি ভাবি লৈয়ে প্ৰতি বছৰে কিবা এটা নতুন কৰিবলৈ চেষ্টা কৰি আহিছো আৰু কৰিও যাম। সকলো নিজৰ নিজৰ কামত ব্যস্ত থকাৰ পিছতো যে সকলোয়ে আহি পূজাৰ সময়ত এই খিনি কাম কৰিবলৈ আহে তাৰ বাবে আমিও সকলো সকলোৰে ওচৰত চিৰকৃতজ্ঞ। ▣

# মুখ্য সম্পাদকৰ একলম

জয় জয়তে সমূহ ৰাইজলৈ শাৰদীয় শুভেচ্ছা জ্ঞাপন কৰিলো ভক্তপ্ৰাণ ৰাইজৰ আশিস শিৰত লৈ আৰম্ভ কৰিছো মুখ্য সম্পাদকৰ প্ৰতিবেদন।

চামগুৰি তিনিআলি সাৰ্বজনীন শ্ৰীশ্ৰীদুৰ্গা পূজা ভাগ প্ৰথমে মোৰ ককাদেউতা (মুক্তিয়াৰ) ঁকালিৰাম বৰাই পৰিচালনা কৰিছিল তেওঁৰ পিছত পূজাভাগৰ দায়িত্ব বৰদেউতা ঁউপেন বৰাই লয়। তেওঁৰ পিছত এই পূজাৰ দায়িত্ব মোৰ দেউতা ঁবীৰেন বৰাই (মুক্তিয়াৰ) লয়। মোৰ মনত থকাৰ পৰা মই যেতিয়া বুজি পোৱা হৈছো পূজা বুলি ক'লে বেলেগ এটা পৰিৱেশ আমাৰ ঘৰখনত। সময় বাগৰিল, সপ্তম শ্ৰেণী-অষ্টম শ্ৰেণীৰ পৰা দেউতাৰ লগত পূজাত জড়িত হৈ পৰো, কেনেকৈ পূজাৰ পৰিচালনা কৰা হয় সেই কথা দেউতাৰ পৰা শিকিব আৰম্ভ কৰিলো। ২০১৩ বৰ্ষৰ মে' মাহত তেখেতৰ মৃত্যু হয়, সেই বৰ্ষৰ পূজাভাগ লগৰ ভাই বন্ধু দাদাহঁতৰ পৰিচালনাত অনুষ্ঠিত হয়। এইখিনিতে উল্লেখ নকৰিলে মোৰ হয়তো ভুল হ'ব। যেতিয়া এই পূজাভাগ দেউতাৰ সম্পাদনাত অনুষ্ঠিত হৈছিল তেতিয়া দেউতাৰ লগত মোৰ আন এজন বৰদেউতা ঁযোগেশ্বৰ বৰাদেৱ ওতঃপ্ৰোতভাৱে পূজাখনৰ লগত জড়িত থাকে।

২০১৪ বৰ্ষ। এই বৰ্ষৰ পৰাই এই মহান পূজাভাগ সম্পাদকৰ দায়িত্ব লৈ মোৰ বন্ধুবৰ্গসকলৰ সহযোগত পূজাৰ কামত আগবাঢ়ো। প্ৰথম বৰ্ষতে আমি পূজাৰ আয়োজন বহুলভাৱে কৰাৰ কথা চিন্তা কৰো আৰু পূজাৰ লগত সংগতি ৰাখি পোহৰ আলোকসজ্জা ৰাস্তাৰ দুইকাষে প্ৰদৰ্শন কৰাই পূজাভাগৰ এই বেলেগ এটা সৌন্দৰ্য্য আনিব চেষ্টা কৰো। সেই বৰ্ষতে (২০১৪) আমাৰ চামগুৰিত অনুষ্ঠিত আন এখন দুৰ্গাপূজা ফুকনটোল-হাঁহচৰা-বৰালীগাঁও আঞ্চলিক পূজা সমিতিয়ে শতবৰ্ষ আয়োজন কৰিছিল গতিকে আমি দুইখন পূজাই যাতে চামগুৰি অঞ্চললৈ সুনাম কঢ়িয়াই আনিব পাৰে তাৰ বাবে অশেষ চেষ্টা চলাইছিলো। তাৰ পিছত ক্ৰমান্বয়ে ২০১৫, ২০১৬, ২০১৭, ২০১৮, ২০১৯ এই পাঁচটা বৰ্ষ আমি ব্যয়বহুলভাৱে এক সুন্দৰ পূজা আয়োজন কৰো। ৰাইজৰ আশীৰ্বাদ আৰু সহযোগত এই বৰ্ষসমূহত আমাৰ পূজাখনৰ কথা বহুতো মানুহে প্ৰশংসা কৰে। যেতিয়া মোৰ ঠাইখনৰ কথা কয় গৌৰৱ অনুভৱ কৰো।

২০২০ বৰ্ষ। সমগ্ৰ পৃথিৱীত এটা আতংকময় পৰিস্থিতি— 'Covid-19'। এই Covid-19 ৰ ফলত এনে পৰিৱেশৰ সৃষ্টি হৈছিল যে, আমি সেই বৰ্ষত মা-চৰণত সেৱা জনাব পাৰিম নে নাই সন্দেহ হৈছিল কিন্তু মা-দুৰ্গাৰ আশীৰ্বাদত আমি মা-দুৰ্গাৰ পূজা কৰিব পাৰো। চৰকাৰ কঠোৰ নিৰ্দেশনা মানি চলি সেই বৰ্ষত

পূজা-অৰ্চনাৰ বাহিৰে কোনো বেলেগ ধৰণৰ অনুষ্ঠান আয়োজন কৰিব পৰা নাছিলো। এই বৰ্ষতে মোৰ অনুজ ভাতৃ-ভগ্নীসকলে Covid-19ৰ ওপৰত এটা প্ৰদৰ্শনী কৰি আমাৰ পূজাখনৰ লগত জড়িত হয় প্ৰায় ২০ জনীয়া এটা দল। সকলোৰে এটা নিজস্ব প্ৰতিভা আছে। এই দলটোৰ অনুৰোধমৰ্মে 'আলোকময়' নামেৰে এটা ফটোগ্ৰাফী প্ৰদৰ্শনীৰো আৰম্ভ হয় ২০২০ বৰ্ষতে। লাহে লাহে পৰিস্থিতি ভাল হোৱাত আমি আকৌ ২০২১-২০২২ বৰ্ষত পুনৰ আমাৰ পূজাভাগ আগৰদৰে ওলহ-মালহৰে আয়োজন কৰো। এই বৰ্ষ দুটাত আলোকয়ম ২ আৰু আলোকময় ৩ প্ৰতিযোগিতা-মূলকভাৱে অনুষ্ঠিত হয়।

২০২৩ বৰ্ষ। আমাৰ পূজাভাগে এইবাৰ ১২৫ বৰ্ষ গৰকিলে। গতিকে পূজাভাগৰ লগত সংগতি ৰাখি এই বৰ্ষত আমি এখন স্মৰণিকা প্ৰকাশ কৰিবলৈ মনস্থ কৰো কমিটিৰ সমূহ কৰ্মকতাই। অতীতৰ পৰা এতিয়ালৈকে হোৱা সমস্ত কথাখিনি লিপিৱদ্ধ হৈ থাকিব এই স্মৰণিকাত। স্মৰণিকাৰ সমস্ত দায়িত্ব দিয়া অনুজ ভাতৃ ভাস্কৰ জ্যোতি বৰাক।

এইখিনিতে মই ক'ব লাগিব যেতিয়াৰ পৰা মই পূজাভাগৰ সম্পাদকৰ দায়িত্ব লৈছো মোৰ লগত প্ৰথমে মোৰ বন্ধু আৰু ভাইটি কেইজনমান জড়িত হয়; মই কাৰো নাম ল'ব নিবিচাৰো কিয়নো কোনোবা এজনৰ নাম যদি থাকি যায় তেওঁ মনত দুখ পাব পাৰে। তাৰপিছত ক্ৰমান্বয়ে আমাৰ লগত অনুজসকলৰ ২০ জনীয়া দলে ওতঃপ্ৰোতভাৱে আমাৰ লগত জড়িত হৈ পৰে। মই সকলোৰে ওচৰত চিৰকৃতজ্ঞ আৰু সকলোকে অশেষ ধন্যবাদ জ্ঞাপন কৰি আমি এটা গোট হৈ কাম কৰিব লাগিব আৰু অনাগত দিনত এই পূজাভাগ আগুৱাই নিব লাগিব।

চামগুৰি তিনিআলি পূজাভাগৰ নতুন মণ্ডপৰ কাম আৰম্ভ কৰিছো আৰু যিমান সোনকালে পাৰো আমি মণ্ডপৰ কামখিনি শেষ কৰিম। এটা যাতে সুন্দৰ মন্দিৰৰ পৰিৱেশ গঢ়ি তুলিব পাৰো তাৰ বাবে অশেষ চেষ্টা কৰিম। সদৌ শেষত সকলো ৰাইজৰ সহায়-সহযোগ কামনা কৰি ইমানতে মোৰ সম্পাদকীয় প্ৰতিবেদন শেষ কৰিলো। মোৰ অজানিতে হোৱা ভুল ত্ৰুটিৰ বাবে ক্ষমা কৰিব।

তলত মই সম্পাদকৰ দায়িত্ব লোৱাৰ পৰা ২০১৪ ৰ পৰা ২০২২ বৰ্ষলৈকে বিৰৰণ দাঙি ধৰা হ'ল—

| বৰ্ষ | জমা | খৰচ | |
|---|---|---|---|
| ২০১৪ | ১৮৮৯৪০ | ১৮২৩৫০ | ৬৫৯০ (ৰাহি) |
| ২০১৫ | ১৯০৩৪০ | ১৯৪০৫০ | ৩৭১০ (ঘাটি) |
| ২০১৬ | ২৮২১৬০ | ২৭৯২২০ | ২৯৪০ (ৰাহি) |
| ২০১৭ | ২৭৮৫২৫ | ২৭৩৯৭০ | ৪৫৫৫ (ৰাহি) |
| ২০১৮ | ৪৪২৩৩০ | ৪৪৮১২০ | ৫৭৯০ (ঘাটি) |
| ২০১৯ | ৪৩০৬৮০ | ৪০৮০৩০ | ২২৬৫০ (ৰাহি) |
| ২০২০ | ১৪৫৫৩৫ | ১৪৩১০০ | ২৪৩৫ (ৰাহি) |
| ২০২১ | ২১৩৯৮০ | ২০৭২৫০ | ৭৬৩০ (ৰাহি) |
| ২০২২ | ৪২৯৪৫৩ | ৪১৬৬০০ | ১২৮৫৩ (ৰাহি) |

# চামগুৰি তিনিআলি সাৰ্বজনীন দুৰ্গাপূজা উৎসৱ উদ্‌যাপন সমিতিৰ সমূহ কৰ্মকৰ্তাৰ নাম

**সভাপতি**
ডম্বৰু দাস (চানি)

**উপ-সভাপতি**
গৌতম শইকীয়া
বিকাশ বৰা
ৰঞ্জিত বৰা
ৰক্তিম জ্যোতি দাস
খঞ্জনজ্যোতি দাস
মনোজ দাস

**সাংস্কৃতিক সম্পাদক মণ্ডলী**
নিহাৰিকা বৰা
মৃগাংক বৰা
কুমুদ দাস
ভাৰ্গৱ বৰা
সাগৰ মুক্তিয়াৰ
অভিনাশ শইকীয়া
নিবিৰ কাশ্যপ বৰা
প্ৰভাত দাস
জিতু দাস

**উপদেষ্টা মণ্ডলী**
ৰুদ্ৰ বৰা
ভোগেশ্বৰ বৰা
মনোজ কুমাৰ দাস

**কাৰ্যকৰী-সভাপতি**
অৰূপ শইকীয়া
পৱিত্ৰ বৰা
ৰাতুল ৰাজখোৱা
ৰাজুল দাস
কুঞ্জ বৰা
দিগেন বৰা
প্ৰাঞ্জলপ্ৰদীপ দাস
পৱন বৰা

**কোষাধক্ষ্য**
ব্ৰজেন চন্দ্ৰ দাস
ৰঞ্জন বিকাশ বৰা
কুকিল দাস

**মুখ্য সম্পাদক**
ভাস্কৰজ্যোতি বৰা

**যুটীয়া সম্পাদক**
বিশাল শইকীয়া
শিৱানু দাস

**সহ-সম্পাদক**
মানৱ জ্যোতি দাস
চন্দন বৰা
আকাশ বৰকাকতি
মণিকমল কাকতি
দ্বিপেন ঠাকুৰীয়া
ৰাতুল বৰা
অমিয়া দাস
ৰাজু পাল
দেৱাশিষ দাস

**প্ৰচাৰ বিভাগ**

প্ৰদীপ বৰা, বিবেকানন্দ শইকীয়া, নৱজ্যোতি বৰা, নয়নমণি শইকীয়া, দুলাল শৰ্মা, প্ৰমোদ শৰ্মা, ভাৰ্গৱ বৰা, ভাস্কৰ দাস, দিপাংকৰ বৰা, দিগেন দাস, মিণ্টু দাস, পৱিত্ৰ দাস, নৱজ্যোতি বৰা, জ্যোতিস্মান বৰুৱা, সত্যজিৎ শইকীয়া, দ্বীপ চক্ৰৱৰ্তী, ঋতুৰাজ বনিক, দিব্যজ্যোতি ৰাভা।

**আলোকময়**

ভাস্কৰ জ্যোতি বৰা, প্ৰত্যুষজ্যোতি দাস, বিভূতি ৰঞ্জন শইকীয়া, বঞ্জু ৰঞ্জন মহন্ত, শুভ্ৰজিৎ দাস, বৰ্ষা দাস, বন্দিতা খাখলাৰী, নীলাভজ্যোতি মুক্তিয়াৰ, প্ৰণৱজ্যোতি বৰা, সৌৰভ ৰাজখোৱা, দেৱাশিষ হাজৰিকা, ভায়'লিনা ফুকন, অভিষেক বৰা, ৰিতম জ্যোতি দাস, বিশ্ববিদ্যুৎ দাস, দীপ দাস।

## অভ্যৰ্থনা সমিতি

ভায়'লিনা শইকীয়া, সুশীল কাকতি, তিকু বৰা, অঞ্জলী দাস, বন্তি ঠাকুৰীয়া, জিন্তী বৰা, জ্যোতিময় বৰা, গুলজান জামান, মৌচিন খান, তুষাৰ দাস, বিতোপন হাজৰিকা, দিপাঞ্জলী বৰা, অংশুমান শইকীয়া।

## সদস্য বৃন্দ

অজিত বৰকাকতি, ৰণ্টু বৰকাকতি, নিতুল কলিতা, অৰূন তালুকদাৰ, ৰিদিব বৰা, বিজিত ৰাদখোৱা, মুকুট ৰাজখোৱা, জগদীশ বৰা, প্ৰসন্ন বৰা, পৱন বৰা, অচিত বৰুৱা, কুলদ্বীপ বৰা, ঋতিক ফুকন, ডম্বৰু শইকীয়া, ৰাণা হাজৰিকা, দুলাল দাস, সমীৰ দে, মনোজ দাস, কুমুদ দাস, প্ৰাঞ্জল হাজৰিকা, লুইত কলিতা, অনুজ দাস, শেখৰ জ্যোতি দাস, পূৰ্ণাংগ বৰা, দীপক দে, চঞ্চল ধৰ, শ্যামল ধৰ, সঞ্জীৱ বীৰ, চানা ভূমিক, বিজিত দাস, কৰুণা দাস, মিণ্টু বৰা, প্ৰহৰিজত দাস, ৰূপক বৰুৱা, নিতুল চৌধুৰী, পাপু দাস, নিবিড় কল্প দাস, অপৰূপ শইকীয়া, প্ৰীতম কলিতা, বিতোপন শইকীয়া, দীপাংকৰ শইকীয়া, ৰক্তিম তালুকদাৰ, ইন্দ্ৰ দাস, কংকন দাস, ৰাতুল দাস, প্ৰভাত শৰ্মা, ৰাজুমনি দাস, ভাস্কৰ দাস, ধ্ৰুৱ বৰা, ৰূপজ্যোতি শইকীয়া, কুমুদ মুক্তিয়াৰ, ভূৱন মুক্তিয়াৰ, মানস বৰা, হিমান জ্যোতি ৰাজখোৱা, বিশ্বজিৎ লস্কৰ, অভিলাষ বৰকাকতি, পলাশ মহন্ত, মিত্ৰদেৱ মহন্ত, উত্তম দাস গুপ্ত, বিচু চক্ৰৱৰ্ত্তী, ধৰ্ম বৰা, ললিত ঠাকুৰীয়া, দীপক বৰা, বিকি চৰকাৰ, প্ৰণৱজ্যোতি হাজৰিকা, লক্ষী মেধি, নিপুল আহমেদ, দ্বীগেন গোহাঁই, ৰিংকু শইকীয়া, মিণ্টু শইকীয়া, কিশন সূত্ৰধৰ, বসন্ত হাজৰিকা, সমীৰন দাস, সঞ্জয় বৰা, ভোলা ঠাকুৰ, গীতুময় শইকীয়া, পিংকু শইকীয়া, পদ্ম বৰা, বিমল ৰয়, ৰবিন বৰা, বলিন বৰা, দিলীপ বৰা, মিণ্টু বৰা, তপন বৰা, বিটু কোঁচ, চাজিব আহমেদ।